প্ৰকাশক ঃ
শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল
লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী, অসম।

প্ৰথম প্ৰকাশ ঃ ১৯৬৮

মূল্য ঃ দুটকা আঠ অনা



মুদ্ৰক ঃ
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# সূচীপত্ৰ

# এযুৰি নীলা চকু

## ( ক )

দেবাহুনত মিলিটাৰী অফিচৰ ভিতৰত সোমোৱাৰ লগে লগেই দেখিলো এযুৰি নীলা চকুৱে ( বিদেশিনী ) একে থৰে মোৰ ফালে চাই আছে। ভদ্ৰতাৰ নিমিত্তে নমস্কাৰ কৰি সুধিলো, "এইটোৱেই বোধহয়—অফিচ ?" নীলা চকুযুৰি তললৈ নমাই নম্ৰভাবে কলে —"হয়, আপুনি ইয়ালৈ নতুন আহিছে ? ক'ৰ পৰা আহিছে ?" মই উত্তৰ দি পিচফালে চাওঁ যে আৰু এযুৰি মেঘ বৰণীয়া চকুৱেও চাই আছে, কিন্তু অলপ গম্ভীৰ ভাবে, তেওঁৰ বয়সো হৈছে বোধহয় ২৩।২৪ বছৰ। দুয়োজনীয়ে দুই-চাৰি আষাৰ কথা সোধাৰ পিচত মই মোৰ নিৰ্দ্দিষ্ট ঠাইত বহিলো। দ্বিতীয় জনীয়ে আকৌ মনপুতি নিজৰ কামত লাগিল কিন্তু প্ৰথম জনীয়ে ( এওঁৰ নাম Alethea—অলকা ) মই কি কৰো বাৰে বাৰে মূৰ ডাঙি চাবলৈ ধৰিলে। মই অলপ আচুকাল বোধ কৰিলো আৰু লগে লগে আমাক প্ৰথমেই দিয়া মন্ত্ৰটো মনত পৰিল। সেইটো আছিল, 'দেখা, তোমালোক ডেকা মানুহ নতুন কামত সোমাইছা, ইয়াত তোমালোকৰ তলত বহুত গাভৰু ছোৱালীয়ে কাম কৰিব। সিহঁতক নাৰী বুলি নাভাবি কামৰ লগৰীয়া বুলিহে ভাবিবা, নহলে

বৰ অসুবিধাত পৰিবা।' মইও অলপ গম্ভীৰ হৈ কামত মনো-যোগ দিবৰ চেষ্টা কৰিলো।

এইটো আৰু কি বিপদ হল, অলকা আহি কাষত থিয় দি এখন চিঠি দেখুৱাই কি কৰিব লাগে সুধিলে। মই অলপ আচৰিত হলো আৰু ভাবিলো—

বোধহয় মোক জব্দ কৰিবৰ নিমিত্তেই সুধিছে।

নে—কথা পাতিবৰ চেলু।

নে—মোক পৰখ কৰিবৰ ইচ্ছা।

মই অলপ টলকামাৰি কলো—"মই আজি নতুন আহিছো, ইয়াৰ একোকে নাজানো, সেইবাবে স্বীকাৰ কৰিছো মই বোবা।" অথচ কাগজখন মই নাচালোও কি।

( খ )

এনেকৈয়ে দুই-চাৰিদিন যায়। নতুন ঠাই, সেই গতিকে সহস্ৰ আহুকাল। মনো থিতাপি হোৱা নাই। মানুহৰ লগত ভালকৈ জনা-শুনাও হোৱা নাই, সেইবাবে মই অলপ মনমৰা হৈ আছো। এদিন আবেলি ঘৰৰ পৰা চিঠিও পালো, তাৰ উপৰি এজন বন্ধুও পালো, মনটো অলপ পাতল হৈছে, নিজৰ মনে সুহুৰিয়াই এটা চিগাৰেট হুপিছো। অলকাই পিচফালৰ পৰা আহি কলে—

"কি মিষ্টাৰ দাস, তোমাক যে আজি বৰ প্ৰফুল্লিত দেখা গৈছে?"

মই কলো—নতুন ঠাইত আহি পৰিলে প্ৰথমে সকলোৱে অলপ গম্ভীৰ হয়। মই এতিয়া অলপ থিতাপি হৈছো আৰু এজন বন্ধুও পাইছো। সেই গতিকে অকলশৰীয়া ভাবটো অলপ কাটিছে।

অলকা—এৰা, যিটো কৈছা সঁচা। এই ঠাইডোখৰ বৰ ভাল, মই হলে এনেকুৱা নিৰ্জ্জন হাবিৰ মাজত থকি বৰ ভাল পাওঁ।



খিড়িকীয়েদি চোৱাচোন কেনে সুন্দৰ পৰ্ব্বতৰ শাৰী দেখা যায় আৰু সৌ নিজৰাত বেলিৰ ৰশ্মি পৰি কেনে ধুনীয়া হৈছে।

সেই দিনাৰ পৰাই অলকাই ঘনে ঘনে আহি মোৰ কাষত থিয়দি নানান কথা-বতৰা পাতে আৰু কামত ফাঁকি দিয়ে। মইও প্ৰথমে দিয়া মন্ত্ৰটো মনত পৰি আকৌ গম্ভীৰ হলো আৰু ফেঁচাৰ দৰে বহি কাম কৰো। কেইবা দিনো অলকা আহি বহুত চেষ্টা কৰি মোৰ লগত গল্প জমাব নোৱাৰি নিৰাশ হৈ এজন ডেকা চাহাবৰ লগত মিলা-প্ৰীতি কৰিবৰ চেষ্টা কৰিলে। ইটোও মই বেছ বুজিলো, মোৰ মনত ঈৰ্ষা ভাব জন্মাবৰ নিমিত্তে মোৰ ফালে চাই তাৰ লগত হাঁহি-খিকিন্দালি কৰিব আৰম্ভ কৰিলে। মোৰ মনৰ ভাব কেনে হৈছে চাবৰ মনেৰে মাজে মাজে মোৰফালে কেৰাহিকৈ চায়। মই কিন্তু মনে মনে ভাবিলো—ভূত আঁতৰিল, বৰ্ত্তিলো।

( গ )

এদিন ডাকত মোৰ চাৰিখন চিঠি আহিছে, তাৰ ভিতৰত এখন আছিল বৰ ধুনীয়া নীলা লেফেপা। নীলা লেফেপাত মোৰ বন্ধু এজনে চিঠি দিয়ে। সিও ঘৰৰ পৰা বহত দূৰত থাকে, তাৰ হাতৰ আখৰবোৰো সৰু লৰাৰ দৰে ধৰি ধৰি লেখে। পোনে পোনেই তাৰ চিঠিখন খুলি পঢ়িব ধৰিছো, এনেতে অলকা আহি কলে—"তুমি আজি বৰ ভাগ্যবান, ইমানবোৰ চিঠি পাইছা। নীলাখন কাৰ চিঠি?"

"মোৰ বন্ধু এজনৰ।" এইবুলি কৈ চিঠিখন মনোযোগেৰে পঢ়িব ধৰিছো। অলকাই আৰু কিবা সুধিলে, মই ভালকৈ শুনাও নাপালো আৰু চিঠি পঢ়াত ব্যস্ত থকাত কাণ নিদিলো। অলকাই এটা দীঘল হুমুনিয়াহ কাঢ়ি মোৰ ওচৰৰ পৰা গুচি গল।

মোৰু অলপ বেয়া লাগিল কিন্তু লগে লগে ভাবিলো, বেছি ঘনিষ্ঠতা নোহোৱাই ভাল।

সেইদিনা আবেলি অলকা আহি সুধিলে "মই তোমাক কিবা সহায় কৰিব পাৰোনে ?

মই—ধন্যবাদ, ধৰা এইখিনি কৰা—যদি আজি তোমাৰ কাম কৰিবৰ ইচ্ছা হৈছে।

অলকা—মই জানো কাম নকৰো, বহি থাকো নেকি ?—যেন অলপ অভিমানৰ সুৰ।

—নহয়, তুমি কাম কৰা সঁচা, কিন্তু মাজে মাজে তোমাৰ উৎসাহ কমে, সেই গতিকেই কৈছো, বেয়া নাপাবা। মইও প্ৰথমে কামত গা লগাই কাম নকৰিছিলো।

অলকা—আজি-কালি তোমাৰ কাম বেছি হলেও বেয়া নেপোৱা নহয় ?

—অঁ, কামটো কৰিবই লাগিব। বাৰু যোৱা, এইখিনি শেষ কৰাগৈ। মই তোমাক ভাল গল্প এটা কম।"

অলকাই "বাৰু" বুলি কৈ কাগজবোৰ লৈ গ'ল। অলপ পৰ কাম কৰিয়েই মোৰ ফালে চাই কলে—"মোক কিন্তু গল্প কওঁ বুলি কৈছা, নাপাহৰিবা।"

মই "বাৰু" বুলি কৈ কামত লাগিলো। প্ৰায় এঘন্টাৰ ভিতৰতে কামখিনি এনে পৰিপাটিকৈ শেষ কৰিলে যে, মই আচৰিত হলো। তাই যাতে কাম কৰিবৰ উৎসাহ পায় সেইবাবে কলো—"তুমি ইচ্ছা কৰিলে বহুত কাম কৰিব পাৰা আৰু তোমাৰ কামো বৰ পৰিপাটি।"

অলকা—বহুত ধন্যবাদ, এতিয়া গল্প কোৱা।

মই বৰ বিপদত পৰিলো, এনেয়ে হঠাতে গল্প কওঁ বুলি কৈছিলো, এতিয়া কি গল্প কওঁ! এনেতে তাইক ডেকা চাহাবজনে মাতি লৈ গল, মইও তাইৰ হাত সাৰিলো।

( ঘ )

অলকাই আজি-কালি মোৰ ওচৰলৈ নাহে, বিদেশী ডেকাজনৰ লগতে হাঁহি-মাতি গল্প কৰি থাকে। মইও তাইৰ হাত সাৰিলো বুলি ভাবিলো। এনেকৈয়ে কিছুদিন যায়। হঠাৎ এদিন পুৱাই আহি অলকাই মোক নমস্কাৰ কৰি কলে—"মোক কিবা কাম দিয়া, মোৰ হাতত একো কাম নাই।"

মই গম্ভীৰভাৱে কিছুমান কাম তাইক দিলো। তাই মোৰ ফালে চাই হাঁহিবৰ চেষ্টা কৰিলে কিন্তু মোৰ ভঙা পাচিৰ দৰে মুখখন দেখি এটা হুমুনিয়াহ কাঢ়ি কামখিনি লৈ গুচি গল। কিছু পৰৰ পিচত কামখিনি শেষ কৰি মোৰ মেজত থৈ কলে—"এতিয়া বোধ হয় মোৰ ওপৰত সন্তুষ্ট হৈছা। আৰু কিবা কাম আছে যদি দিয়া।"

মই আৰু কিছু কাম তাইক দিলো। সেই দিনাৰ পৰাই লক্ষ্য কৰিলো তাই সেই ডেকা চাহাবজনৰ লগত হাঁহি-মাতি নাথাকে। ডেকাজনে কিবা সুধিলেও গম্ভীৰ হৈ উত্তৰ দিয়ে আৰু মোৰ পৰা কাম নি কৰিবৰ বৰ আগ্ৰহ বাঢ়িল। মই কিন্তু তেতিয়াও লাই নিদিলো, কাৰণ লাই দিলেই আকৌ কামত ফাঁকিতো দিবই, তাৰ উপৰিও আমাক দিগ্ কৰিব। মোত বাদে আন আৰু দুই-চাৰিজন পঞ্জাবীয়ে আমাৰ লগত কাম কৰে, কিন্তু অলকাই সিহঁতৰ ওচৰলৈ বেছি নাযায়। মোক ইমানতো নৰম কৰিব নোৱাৰি তাই অইন উপায় উলিয়ালে। মাজে মাজে উঠি আহি কাগজ-পেন্সিল মোৰ পৰা নিয়া আৰম্ভ কৰিলে, যাবৰ সময়ত আকৌ মোৰ হাতত দি থৈ যায়। নিয়াৰ সময়ত মোৰ হাতত তাইৰ হাতখন লগাই হাঁহিবৰ চেষ্টা কৰে। মাজে মাজে কামৰ পৰা মূৰ ডাঙি মোৰ ফালে চায়—মই তাইৰ ফালে চাইছো নে নাই। এদিন হঠাতে তেনেকৈ চাওঁতে

মইও মূৰ ডাঙি চালো আৰু তাইৰ চঞ্চলতা দেখি হাঁহি পেলালো। মই দুৰ্ব্বলতা দমাই ৰাখিব নোৱাৰা দেখি তাই বৰ আনন্দ পালে। সেই দিনা তাই গান গাই সুহুৰিয়াই খুব আগ্ৰহেৰে কামবোৰ তেতিয়াকৈ শেষ কৰি পেলালে। সেই দিনাৰ পৰাই মোৰ পিচত ভালকৈয়ে ভূত লাগিল, মই কিন্তু গা ঢিলাই দিয়া নাই। এদিন চাহাবজন কামলৈ অহা নাই, অলকাই মোক সুধিলে—"মিষ্টাৰ পিল আজি নাহে নেকি ?"

মই—"কব নোৱাৰো। তুমিহে জানা, তোমাৰ বন্ধু।"

অলকাই মুখখন বিকটাই কলে—"ওঁস, মোৰ কিয় বন্ধু হব! কথা পাতিলেই বন্ধু হয় নেকি ?"

—"কিয় তেওঁতো বৰ ভাল মানুহ।"

অলকা—"ইস্, কাকো নকবা, তেওঁ বৰ ভাল মানুহ নহয়। মই তেওঁৰ কথা-বাৰ্ত্তাবোৰ ভাল নাপাওঁ।"

মই আৰু একো নকৈ ইয়াৰ তথ্য বাহিৰ কৰিবৰ চেষ্টা কৰিলো। ভাবিলো, ছুয়ো শ্বেতাঙ্গ দেখি মিষ্টাৰ পিল বোধহয় বহুত আগ বাঢ়িছিল, সেই গতিকে এই ৰকম হল। অলকাৰ বয়সো কম, ১৬।১৭ বছৰ; সাহস কৰি ফুৰিবৰ বয়স নহয়। তাই বৰ চঞ্চল, যেন পৰ্ব্বতীয়া এটি নিজৰা, হাঁহি নাচি থাকিব খোজে, অথচ কোনেও যেন তাইক নোচোৱে। কিন্তু মোৰ পিচত লগাৰ কাৰণ কি! আমাৰ ছুজনৰ মাজত আকাশ-পাতাল প্ৰভেদ। গাৰ ৰং দিন-ৰাতিৰ নিচিনা তফাৎ, তাই যদিও মোৰ তলত কাম কৰে, তথাপি তাই পেটৰ দায়ত চাকৰি কৰিব অহা নাই। তাইৰ বাপেক অৱসৰপ্ৰাপ্ত পুলিচ চাহাব। মোৰ মনত পৰিল এজন দাৰ্শনিকৰ কথা—'যদি কোনো নাৰীক অৱহেলা কৰা, বিশেষতঃ সুন্দৰীক, তেন্তে নানা ছলে তোমাক হাত কৰিব চাব, আৰু যেতিয়া তুমি ঢিলা দি তাইৰ মুঠাত আহিবা, তেতিয়া তোমাক তাইৰ ভৰিৰ তলত মোহাৰি পেলাব।' আৰু এজন দাৰ্শনিকে



কৈছে—'ৰহস্যময়ী নাৰী'। এই কথাখিনি মোৰ মনত ভালকৈয়ে লাগিল; সেই গতিকে কামৰ সঙ্গী বাদে আনভাবে তাইক লাই নিদিওঁ বুলি দৃঢ়প্ৰতিজ্ঞ হলো।

( ৬ )

জানুৱাৰী মাহ। অলপ কুঁৱলী দিছে। ফেৰ্ ফেৰ্ কৰে চেঁচা বতাহ বলিছে, কাষতে যদিও একুৰা জুই জ্বলিছে, তথাপি জাৰ কমাব পৰা নাই। সকলোৱে কামৰ পৰা উঠি আহি বাৰে বাৰে জুইত হাত সেঁকিছে। ওচৰৰ নিজৰাটোত সেমেকা ৰদৰ জিলিঙনি পৰি চিক্‌মিকাই উঠিছে। মোৰ হাতত কাম নাছিল দেখি এটা কবিতা লেখিবৰ মন গল। কবিতা ছুই শাৰীমান লেখিছো। অলকা পিচফালে যে থিয় দি আছিল কবই নোৱাৰো। তাই মোৰ কান্ধৰ ওপৰত মুখ ৰাখি কলে—তুমি কবিতা লেখিব পাৰা ? চাওঁ মোক দেখুউৱাচোন।

"নহয়, অইন কিবা লিখিছো" বুলি মই এখন কাগজেদি লেখা-খিনি ঢাকি থলো। তাই মোৰ হাতৰ ওপৰত তাইৰ সোঁ-হাতখন ৰাখি কলে—"ওহোঁ, তুমি মোক দেখুৱাবই লাগিব।"

মই অলপ গম্ভীৰ হৈ কলো—"কি ধেমালি কৰিছা, কাম কৰাগৈ।"

অলকা—আজি বৰ ঠাণ্ডা পৰিছে, হাত সেঁকিব আহিছো।

—তেনেহলে হাত সেঁকি নোযোৱা কিয় ?

—তুমি কি লিখিছা মোক দেখুউৱা, নহলে নাযাওঁ।

অগত্যা তাইক এৰাব নোৱাৰি কবিতা কেইশাৰী দেখুৱালো। তাই পঢ়ি উঠি মোৰ ফালে ৰ লাগি চাই থাকিল।

—মোৰ ফালে কি চাইছা, যোৱা, বহুত কাম আছে, কৰাগৈ।

অলকা—তুমি বৰ বুদ্ধিমান। এনে সুন্দৰ কবিতা লিখিব পাৰা। এই কবিতাটো শেষ কৰি মোক দিবানে, মই আইক দেখুৱাম। তেওঁ কবিতা পঢ়িব ভাল পায়।

—বাৰু দিম যোৱা, এতিয়া কাম কৰাগৈ।

আবেলি যাবৰ সময়ত কবিতাটো শেষ কৰি তাইক দিলো। কবিতাটো আছিল এই—

Chamelie—Oh ! Cold passer, tarry a while,
Spring has come, lend me a smile.
It is spring,
I will sing
To make you gay,
My dear, be gay.
Grass is green, sky is blue
Birds are gay, flowers in hue,
Balmy wind blowing,
Waves in Sussa rippling.
Can't these ward off sorrow
From thy marrow ?
Scientist, Artist thou, or thinker,
Seeking new in Nature ?
Look at me, am bright and simple
Welcoming Spring wearing a dimple.
I speak only in hiss.
Won't you give a kiss ?
Oh ! My King
It is Spring.

Passer— Thinker, I am, but love you all,
Not you alone.
Feel my pulse and see
I do not moan.

Chamelie—Oh ! no no no,
To me you owe.
Thy heart is mine
And make me thine.



Passer— The sky is blue, grass is green.
Oh my solitary Queen,
I mingle with thee
And make me glee.
Cool as Moon thou art my Queen,
You are bright and all are green.
I prithee thee,
Oh my sweetie,
I won't miss, in the meadow
The sweet kiss you bestow.

Chamelie—Who says you are cold
When you unfold
Oh ! My King
It is Spring
Be gay ! Be gay ! Be gay !
And tune with my lay.
The Sky is blue, grass is green,
I am thy Queen
Oh ! My King
It is Spring.

Reader, What do you think of me ?
A gal ? Oh ! no, no, no.
Am only a wild flower.
Ho, ho, ho, ho.

পিচদিনা তাই আহিয়েই কলে—আইয়ে তোমাৰ কবিতাটো পঢ়ি খুব ভাল পাইছে। মই সেইটো ৰাখিলো দেই। তুমি মোক আৰু এটা লিখি দিব লাগিব।

—মোৰ এতিয়া কবিতা লিখিবৰ সময় নাই আৰু কবিতা ইচ্ছা কৰিয়েই লিখিব নোৱাৰি।

অলকা—অলপ সময় উলিয়াই যেনে-তেনেই মোৰ নিমিত্তে এটা

---

Chamelie—A white wild sweet scented flower.
Sussa—A small stream near Clement Town ( Dehra Dun ).
Gal—Girl.

কবিতা লিখিবা দেই। তুমি মোৰ ওপৰত ইমান কিয় খং কৰা ? মইতো আজি-কালি তোমাৰ বহুত কাম কৰি দিওঁ।

মই হাঁহি দমাই ৰাখিব নোৱাৰিলো।

অলকা—তুমি মোক বলিয়া বুলি ভাবিছা নহয় ?

—তুমি বলিয়া নহয়, অজলাহে।

সেইদিনা দুপৰীয়া তাই খাবলৈ গৈ ফিৰি আহোঁতে মোলৈ এক টোপোলা মিঠাই আনিলে। তাইক এৰাব নোৱাৰি টোপোলাটো ৰাখিলো।

( চ )

মই অলকাৰ নিমিত্তে বিশেষকৈ এটা কবিতা লিখিলো—তাইক আমাৰ ওচৰত থকা নিজৰাটোৰ লগত ৰিজায়। কবিতাটো পঢ়ি তাইৰ কি যে আনন্দ! সেইদিনা আবেলি মই নিজৰাৰ পাৰত ফুৰিব গৈছো, অলকাও লগত তিনিজনী ছোৱালীৰে সৈতে সেই ফালেই ফুৰিব গৈছে। মই সিহঁতক দেখি অইন ফালে খোজ ললো, দুখোজমান গৈয়ে ফিৰি চাওঁ যে, সিহঁতে মোৰ ফালে চাই কিবা কোৱা-কুই কৰিছে। মই মুখ ঘূৰাই অইনফালে গুচি গলো। পিচদিনা তাই আহি মোক কলে—

—"তোমাক মই কালি আবেলি ফুৰিব যোৱা দেখিছো।"

মই—"অঁ, মই সেইফালে প্ৰায়েই ফুৰিব যাওঁ।"

অলকা—তুমি মোক নামাতিলা কিয় ?

—"তুমিয়েনো আগেয়ে নামাতিলা কিয় ?"

—তুমি যে অইনফালে মুখ ঘূৰাই গুচি গলা। মোৰ বান্ধবী কেইজনীয়ে তোমাৰ কবিতা পঢ়ি বৰ ভাল পাইছে, সিহঁতে তোমাৰ লগত কথা পাতিবৰ বৰ ইচ্ছা কৰিছিল; তুমি অইনফালে গুচি



যোৱাত সিহঁতে কৈছে, তুমি বৰ লাজুক। বাৰু তুমি মতা মানুহ হৈ ইমান লাজুক কিয়!

মই—যোৱা যোৱা, কাম কৰাগৈ।

( ছ )

সেইদিনাৰ পৰাই তাই মোৰ পিচত ভূত লাগিল। সদায় পুৱা আহিয়েই সুধিব, কিবা নতুন কবিতা লিখিছো নে নাই। যদি একো উত্তৰ নিদিওঁ তেনেহলে নিজেই মোৰ কাগজবোৰ লুটিয়াই-বগৰাই চাব। আৰু তাইৰ কাম-কাজতো বৰ আগ্ৰহ বাঢ়িল। একোবোজা কাম শেষ কৰি আনি মোৰ মেজত থৈ সুহুৰিয়াই আকৌ কিছুমান কাম লৈ যায়। এঘাৰ বজাত তাই সদায় চাহ খায়, সদায় আহি কেইখনমান বিস্কুট মোক যাচে। মই হলে—"ধন্যবাদ" বুলি নলওঁ। এনেকৈ সুমতি আৰু কুমতিৰ যুদ্ধ চলিছে। মই কিন্তু তেতিয়াও গম্ভীৰ হৈয়ে আছো। কিন্তু এদিনৰ ঘটনাই মোৰ ফেঁচাৰ নিচিনা মুখত উষাৰ আনন্দৰ ৰেখা আঁকি দিলে। এদিন দেওবাৰে মই চহৰলৈ গৈছিলো, আহিবৰ সময়ত গাড়ীৰ নিমিত্তে তিনি আলিৰ মূৰত বাট চাই আছো। এনেতে দেখিলো অলকাই এজনী বুঢ়ী ভদ্ৰমহিলাৰ লগত এখন গাড়ীত যাব ধৰিছে। মোক গাড়ীৰ কাৰণে বাট চাই থকা দেখা পাই, অলকাই গাড়ী ৰখাই তেওঁ-লোকৰ লগত আহিবলৈ কলে, মইও আপত্তি নকৰি গাড়ীত উঠি বহিলো। অলকাই বুঢ়ী ভদ্ৰমহিলাগৰাকীক তেওঁৰ মাক বুলি পৰিচয় কৰি দিলে। মই নমস্কাৰ কৰিলো। অলকাৰ মাকে ইটো-সিটো নানান কথা সুধিলে আৰু কেইবাবাৰো কলে যে, অলকাই মোৰ কথা তেওঁৰ আগত সদায় কয়। মোৰ কবিতাও তেওঁ পঢ়ি বৰ ভাল পায়। তেওঁলোকৰ ঘৰলৈ মোক মাজে মাজে যাবলৈ কলে।

মোৰ মন অলপ কুমলিল। মই মাজে মাজে তেওঁলোকৰ ঘৰলৈ যোৱা হলো। বুঢ়ীয়ে বৰ আদৰ সাদৰ কৰি চাহ-জলপান খুৱায় আৰু আমাৰ সমাজৰ নানান কথা সোধে। অলকাই মোৰ পিচফালে থিয়দি মোৰ কান্ধত হাত থৈ কথা শুনে নাইবা মাজে মাজে সুহুৰিয়াই গান এশাৰী গায় বা নাচে। অলকাই এদিন সুধিলে—"তুমি কামৰ সময়তনো কিয় ভঙা পাচিৰ দৰে বহি থাকো? তুমি যে ইমান গম্ভীৰ নহয়! মই প্ৰথম দিন দেখিয়েই বুজি পাইছিলো। তুমি আমাৰ ইয়াত আহি ইমান কথা পাতা আৰু অফিচত হলে তিনিবাৰ মাতিলেহে উত্তৰ দিয়া।"

মই একো উত্তৰ নিদি ভাবো, "Fraility, thy name is woman!"

( জ )

মই অলপ ছবি আঁকিব পাৰো। মাজে মাজে সৰু সৰু আইনাত বা নিজৰাৰ পাৰৰ পৰা বুটলি আনা বগা শিলত ছবি আঁকি অলকাক দিওঁ। সিহঁতৰ ঘৰলৈ যোৱাৰ পৰা তাই মোক কামৰ সময়ত আমনি কৰিব এৰিলে। অলকাই মাকৰ ওচৰত ফৰাচী ভাষা শিকে, মইও দুই-চাৰিটা ফৰাচী শব্দ জানো, কিন্তু কেতিয়াও প্ৰকাশ কৰা নাই। এদিন অলকাহঁতৰ ঘৰত বহি চাহৰ পিয়লাটো হাতত লৈ কলো—"আ ভতৰ স্যাঁতে" (তোমাৰ স্বাস্থ্য পান কৰিছো।)

অলকাই চকু থিয় কৰি আচৰিত হৈ কলে—"পাৰলো ভোঁ ফ্ৰাঁসে।" (তুমি ফৰাচী কব পাৰা।)

মই হাঁহি কলো—"নজানো।"

অলকা—তুমি নিশ্চয় খুব ভাল জানা। কেতিয়াবা মই ফৰাচী ভাষাত মাৰ লগত কথা কলে ভুল হলে তুমি নিশ্চয় খুব হাঁহা



নহয়! চোৱাছোঁন মা, তেওঁ ইমান দিনে মোক কোৱা নাই যে, তেওঁ ফৰাচী ভাষা জানে।

মই দুই-চাৰিটা শব্দ মাথো জানো, তাকে কোৱাতো তাই বিশ্বাস নকৰিলে। মোৰ মুখৰ ওচৰলৈ তাই মুখ আনি কোন শব্দটো কেনেকৈ উচ্চাৰণ কৰে বলকিবলৈ ধৰিলে। তাই তেনে কৰোতে দুবাৰো মোৰ মূৰত তাইৰ মূৰ ঠেকা লাগিল, তাই "উঁস" বুলি উঠিল। মই "দুখ পালানেকি" বুলি তাইৰ মূৰটো পিহি দিলো। তাই অলপ লাই পাই মূৰটো আৰু আগুৱাই দিলে। সেই দিনাৰ পাৰাই তাই ইমান খোলা-খুলিভাবে মোৰ গা হেচি বহি কথা পাতিব ধৰিলে যে, মোৰ মনৰ কোণাত জুপি থাকা দুৰ্ব্বলতা চেনেহৰ সোতঁত ভাহি গল। কিন্তু অফিচত ফেঁচাৰ দৰে গম্ভীৰ অৱস্থাৰ কোনো পৰিবৰ্ত্তন নহল। সেই গতিকে বন্ধু-বান্ধব কোনেও বিশেষ গম নাপালে।

( ঝ )

এনেকৈয়ে আমাৰ দিন যায়। হঠাতে এদিন আকাশত ক'লা মেঘ দেখা দিলে। অলকাৰ কিবা বেমাৰ হোৱাত কাম এৰি দিলে আৰু ইয়াৰ পৰা গুচি যাব। যাবৰ দিনা ৰেল ষ্টেচনলৈ গলো, মাকে দঢ়াই দঢ়াই চিঠি দিবলৈ কলে, আৰু বাৰে বাৰে চকু মুছিবলৈ ধৰিলে। যাবৰ সময়ত অলকাৰ হাতত এখন কিতাপ কিনি উপহাৰ দিলো। তাইও মোক এখন চিঠি দিলে। তাই কিতাপখনৰ বান্ধটো খুলি নামটো পঢ়ি এটা হুমুনিয়াহ কাঢ়ি কলে—"এযুৰি ধুনীয়া নীলা চকু। ('A pair of lovely blue eyes')। তুমি কেনেকৈ জানিলা?"

মই—কি?

—"এই কিতাপখন যে মোৰ বৰ প্ৰিয়! এই কিতাপখনেই ককাইদেৱে মোক দিছিল।"

—"মই কব নোৱাৰো, এনেয়ে কিনি আনিলো।"

মাকে চকু মুছি বিদায় ললে। অলকাই মোৰ হাতত ধৰি "বিদায়" বুলি উচুপি কান্দিবলৈ ধৰিলে। গাড়ী এৰি দিলে। ঘৰলৈ ফিৰি আহি অলকাই দিয়া চিঠিখন খুলি চাওঁ যে, তাৰ ভিতৰত কেইডালমান চুলি আৰু সৰু এডোখৰ কাকতত লেখা আছে—"দুষ্ট ভনীয়েৰাক নাপাহৰিবা।"

(১৯৪২)

# চিত্ৰকৰ

১৯১৭ চন। আমি তেতিয়া স্কুলত পঢ়ো। এদিন দেওবাৰে আমি গুৱাহাটীৰ পানীৰ কল চাবলৈ গলো। চাৰিওফালে পৰ্ব্বত-বোৰ ঘূৰি আমি খাৰঘূলিৰ ৰাস্তাত ওলালো। আলিৰ কাষতে এটা সৰু জুপৰী-ঘৰ, পিচফালে শাক-পাচলিৰ বাৰী। বাৰান্দাত বহি বুঢ়ী এজনীয়ে ভঙা চছ্‌মা এযোৰ পিন্ধি সূতা কাটিছে আৰু বুঢ়া এজনে বাঁহৰ পাচি গুঠিছে। আমাৰ লগৰীয়া এজনৰ পানীৰ পিয়াহ লগাত বুঢ়াৰ ওচৰলৈ গৈ পানী খুজিলো। বুঢ়াই আমাক আদৰ সাদৰ কৰি চোতালত থকা জোবা দিয়া বেঞ্চিখনত বহিব দিলে। লৰালি কৌতূহল বশতঃ আমি বুঢ়াক নানান প্ৰশ্ন সুধিবলৈ ধৰিলো। শেহত এজনে সুধিলে, "ককা, তুমি ইয়াত কিমান দিন ধৰি আছা, তোমাৰ কোনো নাইনে?" বুঢ়াই এটা হুমুনিয়াহ কাঢ়ি কলে—"বাছাহঁত' মোৰ কাহিনী কওঁ শুনা, মোৰ পিতা চেনীকুঠিৰ তহচিলদাৰৰ প্যাদা আছিল। ১৮৭৪ চনত মোৰ আই বোপাই ঢুকায়। তহচিলদাৰে মোক তেওঁৰ ঘৰত প্ৰতিপাল কৰি ডাঙৰ কৰে আৰু তেওঁৰ পুতেক বিমল চৌধুৰীৰ লগৰীয়া কৰি দিয়ে। মই স্কুলত অলপ লিখা-পঢ়া কৰিছিলো। বিমল আৰু মই দুয়ো সমনীয়া আছিলো। এতিয়া য'ত পশু-চিকিৎসালয় আছে তাতে তহচিলদাৰৰ ঘৰ আছিল। বিমলে গুৱাহাটীৰ চৰকাৰী স্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষা পাচ কৰি জলপানী লৈ কলিকতাত পঢ়িব যায়। তেওঁ সৰুৰে পৰাই অঙ্কত পাকৈত আছিল। বিমলে বি, এ, পাচ কৰি এজন ইটালীয় অধ্যাপকৰ লগত অঙ্কন বিদ্যা শিক্ষা কৰিবলৈ ইটালীলৈ যায়। ইটালীত পাঁচ বছৰ শিক্ষা কৰি

বিমল ফিৰি আহে; তেতিয়া তেওঁৰ বয়স ২৬৷২৭ বছৰমান হব। আৰু লগত আনে এজনী ১০৷১২ বছৰীয়া ইটালীয় ছোৱালী, নাম, এলিয়া। বিমলে যি অধ্যাপকৰ ওচৰত ইটালীত অঙ্কন বিদ্যা শিক্ষা কৰিছিল তেওঁ ঢুকুৱাত আন কোনো আত্মীয়-স্বজন নথকাই এলিয়াক বিমলক গটাই দিয়ে। এলিয়াৰ বাপেকৰ বহুত টকা-পয়ছা আছিল, সেইবোৰো বিমলক দি যায়। বিমলে ইয়োৰোপত থকা সময়ত তেওঁ আঁকা ছবি প্যাৰি চহৰৰ প্ৰদৰ্শনীত দেখুৱাই বহুত টকা আৰ্জে। তোমালোকে যদি কেতিয়াবা লুভাৰ মিউজিয়ম চাবলৈ যোৱা তেনেহলে 'হিন্দ পেইণ্টাঙচ' খোটালীত বিমলে আঁকা ছবি 'পূজাৰিণী' দেখিবলৈ পাবা। বিমলে এইবোৰ কথা ইমান সুন্দৰকৈ মোক বৰ্ণাই কৈছিল যে মই ইয়োৰোপলৈ নোযোৱাকৈয়ে বহুত কথা জানিব পাৰিছিলো। "পূজাৰিণী" ছবিখনৰ এটা সৰু প্ৰতিকৃতি মোক দেখুৱাইছিল। ছবিখনৰ বৰ্ণনা দিওঁ শুনা—ব্ৰহ্মপুত্ৰৰ বুকুৰ পৰা উঠিছে নীলাচল পৰ্ব্বত, তাৰ ওপৰত কামাখ্যা দেৱীৰ মন্দিৰ। খট্‌খটীয়েদি উঠি গৈছে এজনী ১২৷১৩ বছৰীয়া ছোৱালী, হাতত এটা ফুলৰ কৰণি—দূৰৈত ভৈয়ামত মাইল জুৰি গাওঁ, গছ-গছনি, পিচফালে পৰ্ব্বতৰ শাৰী।

বিমলে ছবি বেচি বহুত টকা আৰ্জ্জে; সেই নিমিত্তে বাপেকৰ সম্পত্তি আৰু তহচিলদাৰৰ পদ খুড়াকক দিয়ে। এতিয়া য'ত পানী-কলৰ চুপাৰিন্‌টেন্‌ডেণ্টৰ বঙলা, তাতেই এটা চাঙ-বঙলা বান্ধি বিমল আছিল। লগত এলিয়া আৰু মইও আছিলো। মোৰ কোনো সতি-সন্তান হোৱা নাছিল। বিমল, এলিয়া, মই আৰু বুঢ়ী, আমি চাৰিওজনে মিলি বৰ আনন্দতে দিন কটাইছিলো। এলিৰ গাৰ বৰণ আছিল কেঁচা হালধিৰ দৰে, চুলিবোৰ আছিল সোণ বৰণীয়া, যেন সাক্ষাৎ দেৱী প্ৰতিমাহে। বিমলৰ ছবিবোৰৰ ভিতৰত আৰু এখন বিখ্যাত ছবি আছিল 'লুইতৰ বুকুত সূৰ্য্যাস্ত।'

ছবিখনৰ বৰ্ণনা দিওঁ শুনা—একাষে নীলাচল, আনফালে



অশ্বক্লান্ত; মাজেদি বৈ গৈছে নিৰ্ভীক ব্ৰহ্মপুত্ৰ, দূৰৈত পানীৰ মাজত বেলি আধা ডুব গৈছে আৰু আকাশত এড়ৰা সোণালী মেঘ।

এলিয়ে খুব ভালকৈ অসমীয়া শিকিছিল আৰু অসমীয়া গানও বৰ ভাল গাইছিল। একোদিন জোনাক নিশা সৰল গছৰ তলত থকা শিলটোৰ ওপৰত বহি যেতিয়া গান গায় তেতিয়া জিৰ্‌জিৰ্ কৰে গছৰ পাত সৰি তাইৰ মূৰৰ ওপৰত পৰি অভিনন্দন জনায়। এতিয়াও কেতিয়াবা জোনাক নিশা যদি সৰল গছৰ তলত বহা তেনেহলে সৰল গছৰ পাতৰ সোঁ সোঁ শব্দৰ লগতে এলিৰ গান শুনিবা। বিমলে এলিৰ এখন প্ৰতিকৃতি আঁকে—তাৰ নাম দিছিল, 'কুমাৰী'। এলিৰ ৰূপৰ কথাতো কৈছো। তাতে আকৌ বিমলৰ হাতৰ কৌশল, ছবিখন যে এনে ধুনীয়া হৈছিল তাঁক ভাষাদি বৰ্ণাব নোৱাৰি। ছবিখন কেনে আছিল জানা—ওঁঠেদি অলপ বিৰিঙিছে মিচিকীয়া হাঁহি—যেন অন্তৰত আনন্দৰ নিজৰা বৈছে, যাৰ সোঁতত সংসাৰৰ সকলো দুখ-দৈন্য ভাহি যায়, চকুত উজলিছে দিব্য জ্যোতি আৰু চেনেহৰ প্ৰদীপ, কপালত প্ৰতিফলিত হৈছে নিৰ্ভীকতা। এই ছবিখনৰ এটা নকল ইয়াতো ৰাখিছিল। বিমল আৰু এলিয়ে এই ছবিখনৰ ওচৰতে বহি বেছি সময় নিয়াইছিল। বিমলে ছবি আঁকে, এলিয়ে ওচৰতে বহি গুণ্‌গুণকৈ গান গায় বা বেহেলা বজায়। যেতিয়া দুয়ো ওচৰা-ওচৰিকৈ বহি থাকে যেন দুয়ো নিজৰ ভাই-ভনীহে, একেডালতে ফুলা এযোৰা ফুল।

এলিৰ যেতিয়া ১৭৷১৮ বছৰ বয়স তেতিয়া বিমলৰ দূৰ সম্পৰ্কীয় ভায়েক জীৱন বিমলৰ ওচৰত চিত্ৰবিদ্যা শিক্ষা কৰিবলৈ আহে। জীৱনৰ বয়স তেতিয়া ২৪৷২৫ বছৰ। কিছুদিন পিছত জীৱনে এলিক বিয়া কৰাৰ প্ৰস্তাৱ কৰে, বিমলেও সন্মতি দিয়ে। এই কথা যেতিয়া এলিয়ে জানিব পাৰিলে তেতিয়া তাই লৰি গৈ বিমলৰ আঁঠুৰ মাজত মুখখন লুকাই উচুপি কান্দিবলৈ ধৰিলে। বিমলে তাইৰ মূৰত হাত বুলাই কলে—"ভনীটি, তোৰ এই কথাত আপত্তি আছে

মই বুজিছো, বাৰু তোৰ কথাই ৰব, যা, তই কুমাৰীয়ে থাকিবি। এনেকুৱা কথা বাৰু কেতিয়াও নকওঁদে।” এলিয়ে সাম্য হৈ চকু মোহাৰি মিচিকিয়া হাঁহি বিমলৰ গলত সাবটি ধৰি কয়— “ককাইদেউ তুমি ইমান ভাল!” কিন্তু জীৱনে এই কথাত মনত ৰব বেজাৰ পাই খঙতে ‘কুমাৰী’ ছবিখন টুকুৰা-টুকুৰকৈ ফালি পেলাই সেই দিনাই কৰবালৈ গুচি যায়। এই ঘটনাৰ পিচত আমাৰ দিনবোৰ আকৌ আগৰ দৰেই যায়।

ইংৰাজী ১৮৯৭ চন। এদিন আবেলি বিমলে বহি ছবি আঁকি আছে, কাষতে এলিয়ে বহি গুণ-গুণকৈ গান গাই আছে। কোন-খিনিতে জানানে? তোমালোকে পানী-কলৰপৰা যিটো সুৰসুৰীয়া বাটেদি নামি খাৰঘূলিৰ ৰাস্তাত ওলালা সেই বাটতে এটাযে ডাঙৰ গাঁতত পানী দেখিলা, ঠিক সেই খিনিতেই তেতিয়া এটা সৰু পৰ্ব্বতৰ টিলা আছিল। মই আৰু বুঢ়ীয়ে বাৰীত শাক-পাচলি ৰুই আছিলো। এনেতে পানীৰ ঢল অহাৰ শব্দৰ দৰে হুম্ হুম্ শব্দ হৈ ভূইকঁপ আহিল, গোটেই পৃথিবী কলপাতৰ দৰে কঁপিবলৈ ধৰিলে। মই চিঞৰি বিমল আৰু এলিক আহিবলৈ মাতিলো। বিমল আৰু এলিয়ে থিয় দি খোজ পাতিব ধৰোতেই পৰ্ব্বতৰ টিলাটো বহি সিহঁত দুয়োকে নিমিষতে পুতি পেলালে আৰু তলৰ পৰা হো-হোৱাই পানী ওলাবলৈ ধৰিলে। এতিয়া য’ত এডঙা পানী দেখিছা তাতেই।”

বুঢ়াৰ মাত গধুৰ হৈ আহিল—কিজানি চকুদি দুধাৰি চকুলোও বৈছিল, কিন্তু মুখ-এন্ধাৰি লগাই নেদেখিলো। বুঢ়াই সেপ ঢুকি কলে—“এতিয়াও আমি বাচি আছো সিহঁতৰ স্মৃতি বুকুত লৈ। এতিয়া তোমালোক যোৱা, সন্ধ্যা হলে ইয়াত বাঘ ওলায়।”

১৯৪৭

# নাৰীৰ প্ৰভাৱ

[ নাৰীক আমি তিনি ৰূপে পাওঁ—মাতৃ, ভগ্নী আৰু পত্নী। নাৰীয়ে এই তিনিৰূপে বিভিন্ন বয়সত পুৰুষৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে। ]

## *আই আৰু বুঢ়ীআই*

অৱস্থাপন্ন ঘৰৰ একমাত্ৰ সন্তান হলে যিবোৰ দোষগুণ থাকে মোৰ সেই গুণবোৰ নেথাকিলেও দোষবোৰ পূৰ্ণমাত্ৰাই বিদ্যমান আছিল। মই বৰ উগ্ৰ প্ৰকৃতিৰ আছিলো আৰু যি কৰো ঘৰৰ সকলোৱেই ভাল চকুৰে চাইছিল। কিন্তু একমাত্ৰ আয়ে মোক একেটা সন্তান বুলিও কোনো দোষতে মুঠেই ক্ষমা নকৰিছিল। এতিয়াও মোৰ খুব ভালকৈ মনত আছে—এদিন মোক এটা দামী চোলা আনিদিছিল। মই সেই চোলাটো পিন্ধি ঘৰৰ সকলোকে দেখুৱাই ফুৰিছিলো। আমাৰ হিন্দুস্থানী চাকৰটোৱে নতুন চোলাটো দেখি ধেমালি কৰি কলে—“বপা মোৰ চোলা নাই, এইটো মোকে দিয়া।”

মই কলো—তহঁত দুখীয়া মানুহ। ইমান দামী চোলা পিন্ধিব নাপায়।

দূৰৈৰপৰা আয়ে এই কথাষাৰ শুনি মোক ওচৰলৈ মাতি নি তেনেকৈ কব নেপায় বুলি কলে।

মই কলো—ইস্ নকম কিয়! সি মোৰ চোলাটো কিয় খুজিছিল।

আয়ে এই কথা শুনি মোক থাপমাৰি ধৰি খুব মাৰিলে। সকলোৱে আইক বেয়া বুলিলে, কিন্তু আয়ে কলে—“কুপুত্ৰ হোৱাতকৈ নোহোৱাই ভাল।”

এনেকৈ মাৰিলে মই ভাত নোখোৱাকৈ শুই থাকো। আইত বাদে সকলোৱেই মোক্ ভাত খাবলৈ মাতেহি। কিন্তু মই কাৰো কথা নেমানো। বুঢ়ী আয়ে মোক ভাত খাবলৈ আইক মাতিবলৈ কয়। আইয়ে কয়, "সিয়ে দোষ কৰিব আকৌ তাৰে খং ভাঙিব লাগে মই—নামাতো।"

মই লৰা কালটোত এনেকৈ প্ৰায় সকলোকেই শাসন কৰিছিলো। কিন্তু আয়ে তাত মাজে মাজে বাধা দিছিল। যেতিয়া ঘৰুৱা শিক্ষক পঢ়ুৱাবলৈ আহে, নানান ওজৰ দেখুৱাই মই পঢ়িবলৈ নেযাওঁ। মোৰ পঢ়া-শুনাত মন নোহোৱা দেখি বুঢ়ী আয়েও মাজে মাজে ডাবি হুকি দিবলৈ ধৰিলে—অথচ মোৰ উগ্ৰ প্ৰকৃতি তেওঁৰ প্ৰশ্ৰয় পায়েই পৰিপুষ্ট হৈছিল। বুঢ়ী আইয়ে মোক সদায় গধূলি সাধুকথা কৈছিল। সাধুকথাৰ নিমিত্তেই তেওঁৰ ফালে মোৰ টান আছিল।

বুঢ়ী আয়ে ৰাজকোঁৱৰৰ সাধুকথাৰপৰা লাহে লাহে ধাৰা বদলাই সাৰুৱা আৰু উপদেশপূৰ্ণ সাধুকথা কৈছিল। এই উপায়ে যদিও তেওঁ মোৰ অইন দোষ গুচাব পৰা নাছিল, তথাপি পঢ়িবৰ ধাউতি বঢ়াইছিল। মোৰ অহঙ্কাৰী ভাৱ দেখি তেওঁ এটা গৰখীয়া লৰাৰ সাধুকথা কৈছিল আৰু প্ৰায়েই সেই কথাযাৰ সোঁৱৰাই দিছিল। —সেই গৰখীয়া লৰাটোৰ বহুত ভাল গুণ থকাৰ নিমিত্তে সি এসময়ত ৰজা হৈছিল। ৰজা হোৱাৰ পিচত সদাৰ গধূলি গৰখীয়াৰ দৰে সৰু এখন গামোচা পিন্ধি সি নিজকে নিজে কয়—"হেৰ, তই এদিন গৰখীয়া আছিলি, এতিয় ৰজা হলি, কিন্তু সেই বুলি গৰখীয়াক এতিয়া ঘৃণা নকৰিবি।"

বেচি লাই পাম বুলি আয়ে মোক বাহ্যিক মৰম মুঠেই নেদেখুৱাইছিল, অথচ মোৰ খোৱা-লোৱা সকলো বিষয়তে বিশেষ চকু ৰাখিছিল। যাতে বয়সত আত্মনিৰ্ভৰ হৈ চলিব পাৰো, সেই বাবে মোৰ নিজৰ চোলা-কাপোৰ আদি কেনেকৈ থব লাগে তেওঁ



আগত থাকি মোক দেখুৱাইছিল। এনেবোৰ কামত বুঢ়ী আয়ে বেয়া পাই মাজে সময়ে কৈছিল—"এটা লৰা, তাৰ কাপোৰ কেইখননো ঠিক কৰি থব নোৱাৰনে?" আঁয়ে কথাৰ উত্তৰ দিয়া মানুহ নহয়; পৰাপক্ষত মনে মনে থাকে। আইক মই বাঘ যেন দেখিছিলো আৰু ভয়তে তেওঁৰ কথা বেচিভাগ শুনিছিলো। মাজে মাজে অসহ্য হৈ মই মোৰ স্বৰূপ দেখুৱাওঁ আৰু সেই বাবে তাৰ যথেষ্ট পুৰস্কাৰো পাওঁ। যেতিয়া বিদেশলৈ গলো, তেতিয়াহে বুজিলো আইৰ ওচৰত থকাটো কিমান নিৰাপদ আৰু কেনেকৈ দূৰৈত থকাত নিজৰ সকলো দায়িত্ব নিজে লব লাগে। কিন্তু বন্ধত আহি ঘৰত দুই তিনি দিন থকাৰ পিচতে মাহীৰ ওচৰলৈ যাবলৈ ব্যগ্ৰ হৈ পৰো। তাৰ কাৰণ আইৰ ভাৱপ্ৰবণতা নাছিল; তেওঁ এটা কৰ্ত্তব্যৰ প্ৰতিমূৰ্ত্তি আছিল মাথোন।

সৰুতে ভাবিছিলো মই কেতিয়ানো ডাঙৰ হৈ নিজৰ ইচ্ছাৰে ফুৰি থাকিব পাৰিম, মই দেখোন ডাঙৰ হবই পৰা নাই! কিন্তু যেতিয়া স্কুললৈ যাবৰ বয়স হ'ল তেতিয়া দেখিলো, সৰু কালটো ইমান চুটি, চকুৰ পচাৰতে শেষ হয়।

## মাহী

আমাৰ ঘৰৰ ওচৰত ভাল স্কুল নথকাৰ নিমিত্তে মোক চহৰলৈ পঠালে। চহৰত মোৰ মাহী এজনী আছিল। তেওঁৰ সতি-সন্তান নাছিল। তেওঁৰ ঘৰতে থাকি স্কুলত নাম লগালো। মাহী যদিও আইতকৈ অলপহে সৰু আছিল, তথাপি মই তেওঁক মোতকৈ বেচি ডাঙৰ বুলি নেভাবিছিলো; আৰু তেৰোঁ বহুত সময়ত সমনীয়াৰ দৰে মোৰ লগত খেল-ধেমালি কৰিছিল। মোৰ দোষবোৰ মাহীয়ে এনেভাৱে ফঁহিয়াই দেখুৱাইছিল যে মই সেইবোৰ শুধৰাই লবলৈ বৰ উজু পাইছিলো, আৰু তেওঁৰ মনত আনন্দ দিব পৰাটো

মোৰ বৰ সৌভাগ্য বুলি ভাবিছিলো। সেই সময়ত বহুত সময়ত পঢ়িবৰ ইচ্ছা নহলেও তেওঁৰ মনত আনন্দ দিবৰ নিমিত্তেই পঢ়িব বহিছিলো। এনেকুৱা ধৰণে অনিচ্ছা স্বত্বেও জোৰ কৰি ভাল কাম কৰা অভ্যাসটোৱে মোৰ কালত ইচ্ছাশক্তিৰ দৃঢ় ভিত্তি স্থাপন কৰিছিল। মাহীয়েও মোক প্ৰত্যেক কামতে ইমান উৎসাহ দিছিল যে মাহী ওচৰত থাকিলে মই কোনো কামকে অসম্ভব বুলি নেভাবিছিলো। বন্ধত ঘৰলৈ যাওঁতে মোৰ ইমান পৰিবৰ্ত্তন হোৱা দেখি সকলোৱে মনত সুখ পাইছিল।

এদিন মোৰ সৰু চাইকেলখন অলপ বেয়া হ'ল। মই বহুত চেষ্টা কৰিও ভাল কৰিব নোৱাৰি আফলিয়াই ভাঙিলো। ভাঙি উঠি মনত হ'ল—মাহীয়ে দেখিলে কি কব! ভয় আৰু লাজতে মই ভাত-পানী নেখাই লুকাই থাকিলো। মাহীয়ে মোক বিচাৰি পালেঙৰ তলৰপৰা উলিয়াই কাৰণ সোধাত মই একো কব নোৱাৰিলো—বহুত বেলিৰ মূৰতহে কোনোমতে গেথাই গেথাই চাইকেল ভঙা কথা কলো। মাহীয়ে হাঁহি কলে—"তাতে কি হৈছে? এখন চাইকেল ভাঙিছে, দুখন আনি দিম; সেইবুলি ভাত নেখাবিনে?" মাহীৰ ভাবটো এনে, যেন চাইকেলখন মই ভঙা নাই। যেতিয়া ভাত খাই উঠিলো মাহীয়ে ওচৰলৈ মাতি নি গাত হাত বুলাই সুধিলে—"তই চাইকেল ভাল কৰিব জান নে কি?"

মই—নেজানো।

মাহী—তেনেহলে কিয় ভাল কৰিব গৈছিলি?

মই—অলপহে বেয়া হৈছিল, ভাল কৰিব পাৰো বুলি ভাবিছিলো।

মাহী—অঁ, পাৰো বুলি ভাবিছিলি! বহুত কাম দেখাতে সহজ যেন দেখায়, কিন্তু কৰিবলৈ হাতত ললে দেখা যায় সিমান সহজ নহয়। চাইকেলখন ভাল কৰিব নোৱাৰাৰ নিমিত্তে তোৰ দোষ নাই, চাইকেলৰো দোষ নাই। বাৰু তোক মই এখন ভাল চাইকেল কিনি দিম।



যদি মাহীয়ে এনেকৈ নুবুজাই খং কৰিলে হয়, তেনেহলে ময়ো খং দেখুৱাব পাৰিলো হয়; কিন্তু তাকে নকৰি মাহীয়ে এনেকুৱা ধৰণে কথাষাৰ মীমাংসা কৰাত মই বৰ লাজ পালো আৰু কেইবা দিনলৈকে মাহীৰ মুখৰ ফালে চাব পৰা নাছিলো।

## খনা

মাহীৰ ঘৰত খনাৰ আবিৰ্ভাৱে মোৰ আধিপত্য অলপ হ্ৰাস কৰিলে। প্ৰথমৰ পৰাই খনাৰ আবিৰ্ভাবটো মই মোৰ দুষ্ট গ্ৰহ বুলি ভাবিছিলো। খনা আছিল মহাৰ কোনোবা আত্মীয়ৰ মাউৰা ছোৱালী।

খনা বয়সত মোতকৈ চাৰি-পাঁচ বছৰৰ সৰু আছিল। মাজে মাজে মই মাহীয়ে কাক বেচি ভাল পায় জুখিবলৈ তৰ্জ্জু লৈ বহিছিলো। কিন্তু সদায় দেখিছিলো তৰ্জ্জু কেতিয়াও কম বেচি হোৱা নাছিল। পঢ়া সময়ত খনাই মোক আমনি কৰিলে মই ঢকাটো চাপৰটো মাৰিছিলো, তাই মুঠেই আঁ, ওঁ নকৰিছিল; কিন্তু আচৰিত—কেতিয়াবা অলপ টানকৈ একাষাৰ কথা ক'লে তাতে মুখ ওফন্দি পৰে। প্ৰত্যেক কথাতেই খনাই মোক সচেতন কৰি দিয়ে—যে তাই মোতকৈ সৰু, সেই গতিকে মোতকৈ বেচি আদৰ পাব লাগে। লাহে লাহে মই যেতিয়া বুজা হলো তাইক সকলো কথাতে আগ ভাগ দিবলৈ কুণ্ঠিত নহৈছিলো। খনাই কিন্তু এইটো ভাল নেপাইছিল—তাই মাজে মাজে কয়—"তুমি ভেৰা নেকি? ময়ে যে সদায় আগ ভাগ লব লাগিব তাৰ কি মানে আছে? তোমাৰ নিজৰ ৰুচি বুলি একো নাই নেকি?"

মই হাঁহি কওঁ—তুমি যে সৰু।

এই কথাত খনাই মনে মনে খুব ভাল পায় কিন্তু কৃত্ৰিম গম্ভীৰ হৈ মুখ বিকটাই 'ইস' কৰি উঠে।

খনা মোতকৈ বেছি পৰিষ্কাৰ পৰিচ্ছন্ন আছিল। অলপ ময়লা দেখিলে খুঁও-খুঁওকৈ থাকে। এইখিনি সুবিধা পাই তাই মোৰ ওপৰত মাতব্বৰি কৰে। লাহে লাহে খনাই মোৰ সকলো হিচাব ৰখা হ'ল—ঠিক সময়ত খালো নে নাই, পঢ়িছো নে নাই ইত্যাদি। এনেকৈ সকলো কথাতে হিচাব দিব লগাত মাজে মাজে বেয়াও পাওঁ; কিন্তু তাৰ পৰিবৰ্ত্তে খনাই মোৰ কিতাপ ঠিককৈ থোৱা, ফাউণ্টেনত চিয়াঁহী ভৰোৱা আদি সকলো কামকে কৰে। যদি মোৰ কোনো কাম আমি তাইক কৰিব নিদিওঁ তেনেহলে তাই খঙতে ছিটিকি ফুৰে। খনাই কেতিয়াবা খং কৰি নেমাতিলে তাইক জব্দ কৰিবৰ নিমিত্তে মোৰ কিতাপবোৰ সিঁচৰতি কৈ থওঁ। খনাই কিতাপবোৰ এনেকৈ থোৱা সহ্য কৰিব নোৱাৰি কিতাপবোৰ ঠিক কৰি থয়হি আৰু নিজে নিজে মোক শুনাই কয়—"কিতাপবোৰে কি জগৰ লগালে?" খনাৰ এই দুৰ্ব্বলতাত মই মনে মনে হাঁহো।

মই প্ৰবেশিকা পৰীক্ষা পাছ কৰাৰ লগে লগে মাহীৰ চেনেহেত আৱৰি থকা পাখিৰ তলৰপৰা ওলাব লগীয়াত পৰিলো। মাহীৰ ঘৰৰ পৰা যাব লগীয়াত মোৰ মন বৰ দমি গ'ল কিন্তু মাজে মাজে উচ্চ শিক্ষাৰ আকাঙ্ক্ষাৰ ঢৌৱে সেইবোৰ তল পেলালে। যেতিয়া যোৱাৰ কথা ভাবি মোৰ মনটো বেয়া লাগে, তেতিয়া উচ্চ শিক্ষাৰ কথা মনত পেলাই লওঁ। এইদৰে নিজকে নিজে বুজনি দিয়াৰ ফলতে মোৰ আত্মবিশ্বাসৰ ভিত্তি দৃঢ় হৈছিল।

লাহে লাহে মোৰ যোৱাৰ দিন ওচৰ চাপিলহি। খনা আৰু মাহীয়ে পুৱাৰপৰাই মোৰ সকলো লাগতিয়াল বস্তু ঠিক কৰিব লাগিল। যাবৰ সময়ত মাহীয়ে মাথোন কলে—"ভালদৰে থাকিবি দেই, আৰু সদায় চিঠি দিবি।"

ইয়াৰ বেচি একো কব নোৱাৰিলে, মাহীৰ দুই চকু চল্-চলীয়া হৈ উঠিল, মইয়ো কোনো মতে মুখ ঘূৰাই ললো।



খনাক মাতিব গৈ দেখোঁ যে তাই দুৱাৰ বন্ধ কৰি শোৱা কোঠালীত সোমাই আছে। বহুত বেলিও মাতি উঠাব নোৱাৰি ৰেলগাড়ীৰ সময় হোৱাত কোনো ৰকমে গাড়ীত উঠিলোগৈ। এটা সুন্দৰ সপোনৰ দৰে এইকেইটা বছৰ কাটি গল।

* * * *

কলিকতা চহৰৰ ইমান জাক-জমক্, হোষ্টেলৰ নতুন উদ্যম লৈ অহা ছাত্ৰৰ আনন্দৰ হেন্দোলনিয়েও মাহী আৰু খনাৰ প্ৰভাব মোৰ মনৰ পৰা মচি পেলাব নোৱাৰিলে। প্ৰায়েই ৰাতি সপোনত মাহী আৰু খনাক দেখি সাৰ পাই উঠো। মাহীলৈ ঘনাই চিঠি লেখো—মোৰ ইয়াত থাকি ভাল লগা নাই।

মাহীয়ে তাৰ উত্তৰত বহুত উপদেশ আৰু উদগণি দি চিঠি লেখে, এডোখৰ সৰু কাগজত খনাইও বিজ্ঞৰ নিচিনা উপদেশ দি চিঠি লেখে। খনাৰ সেই অপটু উপদেশবোৰ পঢ়ি মোৰ নিজকে নিজে কেতিয়াবা হাঁহি উঠে। লাহে লাহে কলিকতা প্ৰবাস মোৰ অভ্যস্ত হৈ উঠিল আৰু পঢ়া-শুনাতো অলপ মন বহিল। পূজাৰ বন্ধত ঘৰলৈ যাওঁতে মাহীয়ে মোক দেখি কেৱল ক'লে—বৰ খীণাইছো বুলি।

যেতিয়া পূজাৰ বন্ধৰ পিচত কলিকতালৈ উলটি আহিলো তেতিয়া মোৰ আগৰ বিমৰ্ষ ভাব নাই। সদায় মন আনন্দত উত্ৰাৱল হৈ থাকে; যেন এটা স্ফুৰ্ত্তিৰ কল মোৰ ভিতৰত বহুৱা হৈছে। এদিন মনত হ'ল মই বৰ অকৃতজ্ঞ। মাহী আৰু খনাই মই দূৰত থকাৰ কাৰণে কিমান বেজাৰ কৰি থাকে, অথচ মই ইয়াত ইমান স্ফুৰ্ত্তি কৰি থাকো। এই কথাযাৰ মনত খেলোৱাৰ প্ৰায় দুই তিনিদিন মান পিচত মাহীৰপৰা এখন চিঠি পালো—"নেভাবিবি আমাৰ পৰা দূৰত থকাত তই বেজাৰ মনেৰে থাকিলে আমি ভাল পাওঁ। তই আনন্দ মনেৰে থাকিলেহে আমি সুখ পাওঁ।" খনাই সেই কথাকে ঘূৰাই লিখিছে—"তুমি স্ফুৰ্ত্তিত থকাত আমি বৰ সুখ পাইছো।"

মইতো অবাক, তেওঁলোকে মোৰ অন্তৰৰ কথা কেনেকৈ জানিলে! ইয়াৰ পিচৰ বাৰ ঘৰলৈ যাওঁতে মাহীক সোধাত তেওঁ কলে—"তোমাৰ আনন্দৰ ভাণ্ডাৰ ক'ত পালা বুলি যি ভাবিছা সি আমালোকৰ শুভ ইচ্ছা আৰু আশীৰ্ব্বাদৰ ফল।"

## ডোৰা

বৰদিনৰ বন্ধ পাই আমি মেঘৰ দৰে ভাঁহি ভাঁহি ফুৰিছো। সেই দিনাখন ইংৰাজী নতুন বছৰৰ উৰুকা। ছাত্ৰ অৱস্থাত উৎসৱ হলেই হ'ল—যি ধৰ্ম্মৰেই নহওক। সকলোবিলাক লৰা আগেয়ে ফুৰিবলৈ গ'ল—মই অকলশৰীয়া হলো। ক'লৈ যাম ঠিক কৰিব নোৱাৰি শেহত এলফিন্‌ষ্টোনত 'ডন্ জুয়ান' চাবলৈ গলো। ৰাতি প্ৰায় বাৰ এটামান বজাত ছাত্ৰাবাসলৈ উভতিছো—বাটত এজনী বিদেশিনী ছোৱালীয়ে এজন মদপী মানুহক সোঁ-বাহুত ধৰি লৈ যোৱা লগ পালো। মানুহটোৱে ভোৰ-ভোৰ কৰে কিবা বলকি মাজে মাজে ছোৱালীজনীৰ হাতৰ পৰা এৰাদি যাব খোজে। মই ওচৰ পাওঁতেই ছোৱালীজনীয়ে হেহোঁ-নেহোঁকৈ কলে—"অনুগ্ৰহ কৰি মোক সহায় কৰিব নে?" মোৰ মানস পটত ডন্ জুয়ানৰ ছবি ভাহি আছে—মই বিনা সঙ্কোচে মানুহটোক ধৰি নিবলৈ মান্তি হলো।

ছোৱালীজনীয়ে ক'লে—"ধন্যবাদ"।

মই কলো—"ইয়াত ধন্যবাদৰ একো নাই, ই মোৰ কৰ্ত্তব্য।"

আমি দুয়ো মানুহটোক ধৰি লৈ অলপ দূৰ গৈছো, এনেতে দুটা মতলীয়া গোৰা সৈন্য ঢলংপলংকৈ আহি ছোৱালীজনীৰ ফালে যাবলৈ ধৰোতে মই আগবাঢ়ি যোৱা দেখি এটা গোৰাই মোৰ মুখত এটা ঘোঁচা মাৰিলে। ঘোঁচা খাই মোৰ ভিতৰত ডন জুয়ান জাগি উঠিল। মই তাক পেটতে এটা লাথি মাৰিলো, সি পৰি গ'ল।



সি পৰি যোৱা দেখি আনটোৱে হাতৰ লাঠিডাল দাঙি মাৰিব ধৰোতেই তাকো পেটতে এটা গোৰ মাৰি পেলাই দিলো। দুয়োটা গোৰাই ফুটপাথত পৰি নানা অশ্ৰাব্য ভাষাৰে গালি পাৰিবলৈ ধৰিলে। তেতিয়াহে মোৰ অলপ তত আহিল আৰু ভয়ো লাগিল। এনেতে এখন টেক্সি দেখা পাই মাত দি তাতে উঠিহে সকাহ পালো। কিন্তু তেতিয়াও মোৰ ভৰি কঁপি আছিল। মোৰ গাত যদিও যথেষ্ট শক্তি আছিল, তথাপি দুটা গোৰা সৈন্যক লাথি মাৰি পেলাব নোৱাৰিলো হয় আৰু সাহো নহল হয়—সেইটো সম্ভৱ হৈছিল কেবল সিহঁত মতলীয়া আছিল আৰু মোৰ ভিতৰত ডন জুয়ান জাগি উঠিছিল বুলিহে।

ছোৱালীজনীয়ে মটৰ-চালকক ক'লে—"উড্ ষ্ট্ৰীট।"

* * * *

পিচদিনা পুৱা। চাহ খাই উঠি বাতৰি কাকতখন হাতত লৈ বহিছো, এনেতে এটা খানচামা আহি এখন চিঠি দিলেহি। মই অলপ আচৰিত হলো। কোনো স্থানীয় মানুহতো জনা-শুনা নাই যে চিঠি দিব। চিঠিখন খুলি চাওঁ যে কালি ৰাতিৰ বিদেশিনী ছোৱালীজনী মিচ ডোৰা স্মিথে নতুন বছৰৰ সম্ভাষণ জনাই আবেলি চাহ খাবলৈ মাতিছে।

ডোৰাৰ বাপেক এজন অৱসৰপ্ৰাপ্ত অধ্যাপক। বয়স ৫৯।৬০ বছৰমান হব। ডোৰাৰ মাক আজি প্ৰায় এবছৰমান হ'ল ঢুকাইছে। মিষ্টাৰ স্মিথ সেই শোকতে এতিয়াও ম্ৰিয়মান। যোৱা কালি ডোৰাহঁত মাহীয়েকৰ ঘৰলৈ নিমন্ত্ৰণ খাবলৈ গৈছিল। তাতে ডোৰাৰ মাকৰ কথা ওলোৱাত মিষ্টাৰ স্মিথে বৰ অভিভূত হৈ বেচি মদ্যপান কৰিছিল। ডোৰা মোতকৈ বয়সত দুই তিনি বছৰমান ডাঙৰ আছিল। তেওঁ অকলশৰীয়া বুলি মই ঘনাই তেওঁৰ তালৈ যোৱাত ঘনিষ্ঠতা বাঢ়িছিল। ডোৰাই কেতিয়াবা ইমান গা হেঁচি বহে যে মোৰ অলপ বেয়া লাগে, কাৰণ মোৰ সংস্কাৰত বাধে।

এদিন মোৰ ওচৰত বহি ভৰিৰে মাটিত তাল দি গান গাই আছে, মই একেৰাহে তেওঁৰ গলধনৰ ফালে চাই আছো। ডোৱাই গান শেষ কৰি মোৰ ফালে মূৰ ঘুপিয়াই সুধিলে—"কি ভাৱিছা?" মই একো ভবা নাই বুলি কলো।

ডোৱা—"ওঁ, একো ভবা নাই।" মোৰ থুতুৰিটো জোকাৰি কলে—"দুষ্ট লৰা, এতিয়া গম্ভীৰ হবৰ বয়স হোৱা নাই।"

আলমাৰীৰ ওপৰৰপৰা 'গীটাৰ' এখন আনি মোৰ হাতত দি কলে—"বজোৱা, মই গান গাওঁ।"

মই কলৰ পুতলাৰ দৰে বজাবলৈ ধৰিলো। মাজে মাজে ডোৱাৰ "দুষ্ট লৰা" কথাষাৰে চাবুকৰ দৰে মোৰ নাক মুখ জপটিয়াই সৰৌপ সৰৌপ কৰে কোবাবলৈ ধৰিলে। মই মনে মনে বৰ লাজ পালো আৰু মোৰ মন আত্মগ্লানিত ভৰি উঠিল। চাহ খোৱাৰ পিচত ডোৱাই মোৰ পিঠিত থপৰিয়াই ক'লে—"ভাইটি, তেতিয়া কথাষাৰ বৰ কটু হৈছিল—খং নকৰিবা দেই। মানুহৰ মনত দুৰ্ব্বলতা আহিবই। যেতিয়া দুৰ্ব্বলতা আহে তেতিয়া গম্ভীৰ হৈ বহি নেথাকি খুব হাঁহি-ধেমালি কৰিবা। গম্ভীৰ হৈ বহি থাকিলে দুৰ্ব্বলতাই বেচি লাই পাব।"

*　　*　　*　　*

সেইবাৰ গৰমৰ বন্ধৰ আগতে মোৰ বৰ টান নৰীয়া হোৱাত আস্পতালত মই প্ৰায় এমাহমান আছিলো। ডোৱাই মোক সদায় চাবলৈ আহিছিল আৰু মূৰ পিহি দি সোনকালে ভাল হৈ উঠিম বুলি খুব উৎসাহ দিছিল। মাজে মাজে মিষ্টাৰ স্মিথো আহিছিল। কেতিয়াবা ডোৱাই হালি মোৰ মূৰ পিহি দিওঁতে তেওঁৰ নেদেখিব লগীয়া শৰীৰৰ অঙ্গবোৰ চকুত পৰি মোৰ দুৰ্ব্বল মনত কেনেবা কেনেবা লাগিছিল। কিন্তু সেই ভাব ওপজাৰ লগে ডোৱাৰ মৰমৰ ঢৌৱে দুৰ্ব্বল ভাববোৰ ধুই মোৰ মনত শান্তি আৰু আনন্দৰ নিজৰা বোৱাইছিল।



যেতিয়া ভাল হৈ উঠিলো তেতিয়াও কলেজ খোলা নাই, দেখি ডোৱাৰ অনুৰোধত তেওঁলোকৰ ঘৰৰ ওচৰতে এটা ভেৰণীয়া ঘৰত থাকিলো। ডোৱাই আপোনজনৰ দৰে মোক যত্ন কৰি স্নেহৰ ঋণ দিনক দিনে বঢ়াবলৈ ধৰিলে।

মই সকলো বস্তু খাব পৰা হ'লো, কিন্তু চাহ একেবাৰে বন্ধ, মইতো চাহ নেখালে থাকিব নোৱাৰো। মনে মনে এটা স্তোভ কিনি ডোৱাক লুকাই লুকাই চাহ খাবলৈ ধৰিলো। এদিনাখন ডোৱাই মোৰ কোঠাত কিবা বিচাৰোতে স্তোভটো বিছনাৰ তলত দেখা পাই সুধিলে—"এইটো কিহৰ নিমিত্তে?"

মই ডোৱাৰ আগত মিছা মাতিব নোৱাৰি মনে মনে থাকিলো। ডোৱাই স্তোভটো মাটিত আফাল মাৰি দি খিড়িকীৰ ওচৰলৈ গৈ মোৰ ফালে পাচ দি বাহিৰৰ ফালে চাই থাকিল। মই বৰ বিপদত পৰিলো। মই কি ক'ম! অলপ পৰ তলকা মাৰি থাকি ডোৱাই খিড়িকীৰ কাষৰপৰা আহি মোৰ ওচৰত থিয়দি মোৰ হাত দুখনত ধৰি কলে—"মোৰ কথা নুশুনা যদি আজিৰ পৰা তোমাৰ লগত মোৰ কোনো সম্বন্ধ নাই।"

মই সেমেনা-সেমেনি কৰি কলো—"বাৰু শপত খাইছো, আৰু নেখাওঁ।"

ডোৱাই একো নেমাতি গুম্‌গুম্ কৰি ঘৰলৈ গুচি গ'ল, অলপ পিচতে আকৌ ঘূৰি আহি মোৰ মেজৰ ওপৰত তেওঁৰ এখন ফটো থৈ কলে—"মোলৈ যদি অলপো মৰম থাকে তেনেহলে মোৰ কথা নেপেলাবা।"

মই ভাল হৈ হোষ্টেললৈ ঘূৰি আহিলো। এদিন ডোৱাৰ তালৈ গৈ দেখো যে তেওঁ গম্ভীৰ হৈ বহি আছে। ইমান দিন জনা-শুনাৰ ভিতৰত ডোৱাক কোনোদিন গম্ভীৰ হৈ থকা দেখা নাই। মই কি হৈছে বুলি সোধাত একো নামাতি মোৰ হাতত ধৰি তেওঁৰ শোৱা খোটালীলৈ গৈ এজন ধুনীয়া ডেকাৰ ফটো

দেখুৱাই কোন চিনি পাওঁনে সুধিলে। মই কব নোৱাৰো বুলি কলো। ডোৰাই মোৰ দুয়োখন হাত তেওঁৰ হাতৰ মাজত লৈ তেওঁৰ আঙুলিত থকা 'বাক্‌দত্তা' আঙঠিটো দেখুৱালে।

* * * *

মিষ্টাৰ স্মিথ আৰু মিষ্টাৰ হেৰিচনে ( ডোৰাৰ স্বামী ) "বিদায়" বুলি গাড়ীত উঠিল গৈ। ডোৰাই একো নেমাতি মোৰ লগত হাত জোকাৰি গাড়ীত উঠিল। গাড়ীয়ে উঁকি দিলে আৰু লগে লগে হুচ্‌হুচ্‌কৈ গাড়ী চলিবলৈ ধৰিলে, মোৰ অন্তৰতো প্ৰতিক্ৰিয়া চলিল।

## *বিদ্যুৎ*

ডোৰাৰ অভাৱ বৰ বেচিকৈ অনুভব কৰিছিলো আৰু ভাবিছিলো সদায় এই ভাব একেদৰেই থাকিব। কিন্তু কালৰ কি বিচিত্ৰ গতি, দুখ শোক যিমানেই গভীৰ হওক, কালৰ গতিত সি ম্লান হবই হব। মোৰো লাহে লাহে ডোৰাৰ কথা কমকৈ মনত পৰিব ধৰিলে ; ইফালে পৰীক্ষাও আহিল।

এদিন গধূলি পঢ়িব ধৰিছো, এনেতে হোষ্টেলৰ লগুৱাটো আহি কলে—"আপুনি শুনিছেনে অশোক বপাই এইবাৰ পৰীক্ষা দিব নোৱাৰে।"

মই সুধিলো—কিয় ?

লগুৱাটোৱে কলে—"তেওঁ মাচুল দিব নোৱাৰে, হাতত টকা নাই আৰু জানেইতো তেওঁ আনৰপৰা ধাৰ লবলৈকো লাজ পায়। কালিলৈ মাচুল দিয়াৰ শেষ দিন, অথচ তেওঁ নিৰ্ব্বিকাৰ হৈ আছে।"

কথাটো অৱশ্যে সঁচা। হোষ্টেলৰ চাকৰবোৰে প্ৰায় লৰাৰ নাড়ী-নক্ষত্ৰ জানে। কোনো ছাত্ৰৰ টকাৰ নাটনি হলে টকা ধাৰেও দিয়ে। অশোক আছিল বৰ দুখীয়া ঘৰৰ লৰা। বিশ্ববিদ্যালয়ৰ



বৃত্তি পাইয়ো টকাই নুকুলাই বুলি পঢ়া বাদ দিব লগীয়া হৈছিল ; তথাপি প্ৰফেচাৰ বিশ্বনাথ চৌধুৰীৰ ঘৰত থাকি পঢ়িবলৈ আপত্তি কৰিছিল। শেহত তেওঁ উপায় নেপাই এই জেদী লৰাটোক এটা 'টিউছনি' যোগাৰ কৰি দিছিল। তাৰেই কোনোমতে অশোকে পঢ়া খৰচ চলাইছিল। মোৰ বিশ্বাস, অশোকে মোৰ কথা পেলাব নোৱাৰে, সেই ভাবি অশোকক মাতি অনালো। অশোকে মোৰ কোঠাত সোমায়েই কলে—"তুমি খবৰ পালা বোধ কৰো। এ—বাদ দিয়া ভাই, বিধাতাৰ ইচ্ছা নহলে মানুহে কি কৰিব ? বলা বায়স্কোপ চাবলৈ যাওঁ।"

মই—মোৰ ওচৰত এইবোৰ গালে নহব। কালি তুমি মাচুল দিবই লাগিব।

অশোক—মই তোমাক ক'ৰপৰা ধাৰ শোধ কৰিম ? আৰু তুমিয়েই বা মোৰ কোন যে মোক তুমি পুতৌ কৰিবা ?

মই—দেখা অশোক, মানুহজাতি সমাজ-প্ৰিয়। মানুহে মানুহৰ সহানুভূতি নহলে জীয়াই থাকিব নোৱাৰে। যদি বন্ধু বুলি নোলোৱা, ধাৰ বুলি লোৱা ; যেতিয়া পাৰা দিবা।

অশোক—তোমাক কথাত মই বলে নোৱাৰো, বাৰু তোমাৰ কথাই ৰব।

অশোক আৰু মই পৰীক্ষা ভালদৰেই দিলো। পৰীক্ষা শেষ হলত অশোকৰ কথা পেলাব নোৱাৰি সিহঁতৰ ঘৰলৈ গলো। অশোকে মোক বাটত ক'লে—"তুমি আহিলা হয়, আমাৰ ঘৰত বৰ অসুবিধা পাবা জানাইতো আমাৰ অবস্থা।" আৰু এনেকুৱা কথা কৈ মোক লাজত পেলাব বুলি ভবি কলো—"মোক তোমাৰ ককায়েৰা বুলিয়েই ভাবিবাচোঁন।"

অশোকে টপ্ কৰে মোক সেৱা কৰি কলে—"সঁচাকৈয়ে তুমি ককাইৰ যোগ্য।"

অশোকৰ ঘৰ পোৱাত তেওঁৰ মাক, বাপেক আৰু ভনীয়েক

ওলাই আহিল। অশোকে ভনীয়েকক মোৰ ফালে আঙুলিয়াই ক'লে—"বিদ্যুৎ এওঁ আমাৰ ককাইদেউ হয়, সেৱা কৰা।"

বিদ্যুতে 'ইস্' কৰি ওঁঠতো বিকটাই উঠিল।

মই হাঁহি কলো—মোক নালাগে সেৱা কৰিব।

অশোকৰ পিতাকে কোনো এক কোম্পানীত অলপ দৰমহাত কাম কৰে। সেই অলপ পয়চাদি অশোকৰ মাকে ঘৰখন এনেভাবে চলায় যে এদিনীয়া মানুহৰ পক্ষে তেওঁলোকৰ অৱস্থা বুজাই টান। তেওঁলোকৰ ইমান অনাটনৰ ভিতৰতো কাৰো মুখত বেজাৰ নাই। যি অলপ পায় তাকে ইমান আনন্দেৰে গ্ৰহণ কৰে, মনত হয় তেওঁলোকৰ ঘৰখন এটি শান্তিৰ কুঞ্জ। বিধাতাইয়ো কি জানি তেওঁলোকৰ আনন্দ দেখি লাজতে নাক কোঁচায়।

বিদ্যুৎ আছিল মাকৰ দক্ষিণ হাত। বয়স বোধকৰো ১১।১২ বছৰ মান হব। ওঁঠতো অলপ পাতল, ধুতুৰিটো জোঙা আৰু গাৰ বৰণ কেঁচা হালধিৰ দৰে। বিদ্যুৎ যে বিদ্যুৎ। তাই প্ৰথম সম্ভাষণ 'ইস' কৰি উঠোতে বিজুলীৰ চক্‌মকিনিত উচাপ্ খোৱাৰ দৰে উচাপ্ খাই উঠিছিলো। আকৌ নিশা আন্ধাৰত বিজুলীৰ চক্‌মকনিয়ে বাটৰুৱাক পথ দেখুৱাৰ নিচিনা খোৱালোৱাত যত্ন লয়। মই মনে মনে ভাবিছিলো ই বাৰু কি ধৰণৰ ছোৱালী। কেতিয়াবা দেখিবা ঘৰ পৰিষ্কাৰ কৰিছে, কেতিয়াবা পঢ়িছে, কেতিয়াবা বা গুণ্ গুণ্‌কৈ গান গাই ফুলত পানী দিছে।

মই সুধিলো—বিদ্যুৎ তুমি গান গাব জানা নেকি?

বিদ্যুতে ফোঁচ কৰি উঠিল—"তোমাৰ কি আৱশ্যক।"

মই বোলো—বাপৰে বাপ্—মিলিটাৰী। এনেকুৱা স্বভাব দেখি মই অলপ আঁতৰি ফুৰো। কিন্তু ভাত খাবৰ সময়ত ইমান গা হেঁচি কথা কব আৰু "ইটো খোৱা সিটো খোৱা" কৈ অস্থিৰ কৰি তুলিব, বিশ্বাস কৰাই টান হয়—এই বিদ্যুতেই ফোঁচ কৰি উঠে। অশোকেৰে সৈতে মই ফুৰিব গ'লে বিদ্যুতে কয়—"মোক



লগত নিলে কি হয়। মোকনো কিয় নিবা। মইনো তোমাৰ কি?"

মই কওঁ "বাৰু কালিলৈ নিম, দিয়া।" পিচদিনা বিদ্যুতক ফুৰিব যাবলৈ মাতিলে তাই চকু পকাই উঠে—"তোমালোকৰ লগত ফুৰিলে মোৰ গা নুজুৰায়। তোমালোকৰ দৰে মইয়ো যদি ফুৰিবলৈ যাওঁ, তেনেহলে খাবা কি?"

মই—ইস্ এওঁহে আমাক কৰি খুৱাইছে, জেঠাইদেউ এনেয়ে গ'ল। [অশোকৰ মাকক জেঠাইদেউ বুলি মাতে।]

বিদ্যুতে—"বাৰু আজি খাবা দিয়া" বুলি কৈ গুম্ গুম্‌কৈ ভিতৰলৈ গুচি গ'ল।

ৰাতি খাবৰ সময়ত দেখো যে বিদ্যুৎ নাই। ভাৱিলো, আজিবা কি হয়। মই কলো—"জেঠাইদেউ, আজি চাটনিখিনি বৰ ভাল হৈছে, কোনে তৈয়াৰ কৰিছে?"

জেঠাইদেৱে শোৱা খোঁটালীৰ ফালে আঙুলিয়াই দেখুৱালে। মই মূৰ দাঙি চাওঁ যে দুৱাৰ-দলিত বিদ্যুৎ থিয় দি আছে।

বিদ্যুতে দাঁত কৰচি ক'লে—"চাটনি বৰ ভাল হৈছে নহয় নে? আৰু ভাল বস্তু তৈয়াৰ কৰি খুৱাম, মোৰ লগত সদায় দ্বন্দ্ব কৰিবা।"

মই আৰু অশোকে মুখ টিপি হাঁহিলো; বিদ্যুতে ঢেৰেকণি মাৰি উঠিল—"ময়েই কৰি খুৱাম, মোকে আকৌ অপমান!"

জেঠাইদেৱে কাণ্ড বিষম দেখি ক'লে—"বোপাহঁত, তহঁতে মনে মনে থাক; আজি কিজানি ৰৰষুণ দিব।" কবহে পালে, বিদ্যুৎ লৰি গৈ বিছনাত পৰিল—লগে লগে ধাৰাসাৰে বৰষুণ দিলে।

পিছদিনা অশোক আৰু মই আঁতৰি আঁতৰি ফুৰিলো। দুপৰীয়া ভাত খাবলৈ যাওঁতে ৰান্ধনী ঘৰত বিদ্যুতক দেখি চুচুক চামাক্ কৰা দেখি বিদ্যুতে হাঁহি কলে—"আহাঁ, ভাত খোৱাহি। ভয় কৰিব নেলাগে দিয়া, মই বাঘিনী নহয়।"

প্ৰায় দহ এঘাৰ দিনমান আশোকহঁতৰ ঘৰত আছিলো— গোটেই কেউদিনে এনেকুৱা অভিনয়। মই আহিবৰ দিনা বিদ্যুতে মোক সেৱা কৰি কলে—“ককাইদেউ! মই এই কেউদিনে তোমাক বহুত কটু কথা কৈছো আৰু বেয়া ব্যৱহাৰ কৰিছো, মোক ক্ষমা কৰিবা, মোৰ স্বভাৱেই এনেকুৱা। দাদা আৰু তোমাৰ ভিতৰত মই একো পাৰ্থক্য নেদেখো।”

মই হাঁহি তাইৰ মূৰত হাত দি কলো—“ভনীটি, তোমাৰ খং দেখি মই মুঠেই বেয়া পোৱা নাছিলো। মই জানো মোৰ ওচৰত তোমাৰ খঙৰ দাম আছে বুলিয়েই খং কৰিছিলা, আৰু এইটোৱেই আপোন ভাৱৰ চিন।”

জেঠাইদেৱে বন্ধ পালে আকৌ আহিবলৈ দঢ়াই দঢ়াই কলে। বিদ্যুতে ছোঁ বদলাই মোৰ হাত দুখন জোকাৰি কলে—“ককাইদেউ, মই তোমাৰ সৰু ভনীটি। মোৰ ওপৰত খং কৰি নহাকৈ নেথাকিবা দেই।”

মাজে মাজে কলেজ বন্ধ হলেই অশোকহঁতৰ ঘৰলৈ যাওঁ। এবাৰ যাওঁতে, বিদ্যুতে মোক চিগাৰেট খোৱা দেখি কলে—“চাহাব! চিগাৰেট নেখালে কি হয়?”

মই অলপ বিদ্যুতক জোকাবৰ মনেৰে কলো—“যা যা, মাতব্বৰি নকৰিবি।”

বিদ্যুৎ—নিজে এটা বেয়া অভ্যাস কৰিব, তাকে কলে আকৌ জগৰ লাগে!

এই বুলি কৈয়েই গুচি গ'ল। মই ভাবিলো ৰক্ষা পালো। ৰাতি যেতিয়া ভাত খাবলৈ বহিছো জেঠাইদেৱে সুধিলে—“তই বিদ্যুতক কিবা কৈছিলি নেকি?”

মই ভাবি একো উলিয়াব নোৱাৰিলো।

অশোকে কয়—“কিয় মনত নাই—'চিগ'?”

মই বুজি পাই কলো—“হয়, মই কিবা কৈছিলো।”



জেঠাইদেউ—তই এবাৰ তাইক ভাত খাবলৈ মাতিবিছোন, দিনটো একো নেখালে।

মই কি কম! তথাপি কোনোমতে গৈ বিদ্যুতক ভাত খাবলৈ মাতিলো।

বিদ্যুতে গেঙেৰি দি উঠিল—“মই কথা কলেও বেয়া পোৱা যেতিয়া মোক কিয় মাতা?”

মই কলো—“ধেমালিহে কৰিছিলো।”

বিদ্যুত—সেইয়া নেখাওঁ বুলি কোৱা।

মই ভাবি চালো এইটো ভাল বস্তু নহয়। এৰিব পাৰিলে ভাল, কিন্তু এৰিব পৰা টান। তথাপি জোৰকৈ কলো—“বাৰু, চেষ্টা কৰি চাম।”

বিদ্যুৎ—চেষ্টা নহয়, এফালে সেই, আন ফালে মই।

মই—বাৰু এই টিনটো শেষ হলে নেখাওঁ।

বিদ্যুৎ—“ওহোঁ, আৰু এটাও নহয়।” এই বুলি কৈয়ে মোৰ কোটৰ পৰা চিগাৰেটৰ টিনটো আনি নৰ্দ্দমাত পেলাই দিলে। মনে মনে কথাটো বৰ টান পালো, কিন্তু বিদ্যুতৰ গম্ভীৰ মুখ দেখি কোনোমতে এটা কাঠ হাঁহি মাৰি কলো—“ভালেই হল, বহুত দিন চেষ্টা কৰিও এৰিব পৰা নাছিলো, আজি সি তোমাৰ মৰমৰ আগত তিষ্ঠিব নোৱাৰি ৰণ ভঙ্গ দিলে।”

পিচত বহুত সময়ত চিগাৰেট নোখোৱাৰ বাবে লগৰীয়াৰ উপলুঙা সহ্য কৰিছো, তথাপি ওহোঁ—সিটো নহৈছে!

অশোকৰ ঘৰলৈ শেষবাৰ গৈছিলো—বিদ্যুতৰ বিয়াত। বিদ্যুতৰ বিয়া হৈছিল আমাৰ লগত পঢ়া বীৰেনৰ লগত। এইবাৰ বিদ্যুৎ ভাল জব্দ হব। দুয়োৰে একে স্বভাৱ। বিদ্যুতে একেষাৰ কলে বীৰেনে তিনিআষাৰ কয়। কিন্তু দুয়োকে দুয়ো পাই বৰ সুখী। মই সিহঁতক আশীৰ্ব্বাদ কৰি হোষ্টেললৈ ফিৰি আহিলো।

## নিজৰা

বীৰেন, অশোক, মই তিনিও পৰীক্ষাত উত্তীৰ্ণ হলো। বীৰেন আৰু অশোক কামত সোমাল, মই আকৌ পঢ়িবলৈ আৰম্ভ কৰিলো। অশোক যোৱাৰপৰাই মোৰ মন বৰ উকঙা উকঙা লাগিল। মোৰ বন্ধুৰ সংখ্যা খুব কম আছিল ; তাতে আকৌ অশোক বেচি অন্তৰঙ্গ আছিল। কি কৰিম, উপায় তো নাই! অশোকক তো সদায় ধৰি ৰাখিব নোৱাৰো। এদিন নহয় এদিন সিতো গলেই হয়। তথাপি মনত বল আছিল, মোৰ চিৰলগৰীয়া কিতাপ আছে। আকৌ কিতাপ আৰু কলেজত মন ডুবাই দিলো।

আমাৰ শ্ৰেণীত এদিন এজনী কিচ্-কিচ্‌কৈ কলা শকত ছোৱালী ভৰ্ত্তি হলহি। আমাৰ ভিতৰৰ এজনে ক'লে—"পৰ্ব্বত এখন আহিছে।"

আন এজনে কলে—'এওঁ কিজানি আফ্ৰিকাৰ পৰা আহিছে।" আৰু আন এজনে টপৰাই মাত দিলে—"মই এওঁক চিনি পাওঁ।"

আমি কেইবাজনেও একেমুখে 'চিনি পাওঁ' বুলি কোৱা ল'ৰা-জনক 'কোন' বুলি সোধাত তেওঁ গম্ভীৰ হৈ কলে—"এওঁৰ নাম অমাৱস্যা।" আমি তেওঁৰ কথা শুনি গোটেই কেইজন হাঁহোতে হাঁহোতে পেটৰ নাড়ী ডাল্ ডাল্ হ'ল।

আমাৰ শ্ৰেণীত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা নিচেই তাকৰ আছিল। সেই গতিকে দুইচাৰি দিনৰ ভিতৰত ইটোৱে সিটোক ভালকৈ জনা-জনি হলো। 'অমাৱস্যাৰ' নাম 'নিজৰা'। গাৰ বৰণ ক'লা হলে কি হব, অন্তৰখন ধক্ ধক্ কৰে বগা। ৰুছিয়াৰ কৰ্ম্মীবোৰৰ নিচিনা আমিও নিজৰাক 'কমৰেড' বুলি মাতিছিলো।

এজন অৱসৰপ্ৰাপ্ত অসমীয়া উচ্চ কৰ্ম্মচাৰীৰ একমাত্ৰ সন্তান বুলি 'কমৰেডৰ' দেউতাক আয়েকো আহি কলিকতাত আছিলহি। কমৰেডে প্ৰায়েই আমাক চাহ খুৱাইছিল। কোনোবাই নেখাওঁ



বুলিলে হাতত ধৰি টানি লৈ গৈছিল। ভগবানেও তেওঁৰ গাত এটা বলধৰ সমান শক্তি দিছিল। পঢ়াশুনাতো বৰ চোকা। মাজে মাজে গল্প আৰু ধুহুটীয়া কথা কৈ আমাক হঁহুৱাই থাকে। আমাৰ লগত পঢ়া ল'ৰা এজনে ভাল ইংৰাজী কবিতা লিখে। তেওঁক 'কমৰেডে' এদিন এইবুলি কৈ বহিল—"মোক উদ্দেশ্য কৰি 'লেডী অৱ্ দি লেক'ৰ দৰে এটা দীঘল কবিতা নেলেখা কিয় ?"

আমিতো হাঁহি মৰো! কমৰেডে কয়—"হাঁহা কিয় ? লেডী অৱ্ দি লেক আছিল ধুনীয়া, মই হলো ক'লা। তাতে কি হৈছে —সেইটোৱেইতো বিশেষত্ব।" তেওঁ আমাক এনেকৈ হাঁহি-ধেমালিৰ মাজত ডুবাই ৰাখে যে আমি ভুলক্ৰমেও নেভাবো তেওঁ ক'লা বা কুৰূপ।

এদিন অকলে পাই সুধিলো—"কমৰেড্, বেয়া নোপোৱা যদি এটা কথা সোধো।"

কমৰেডে ক'লে—"একাষাৰ নেলাগে, দহ আষাৰ সোধা ; কিন্তু দোহাই, প্ৰেমৰ কথা নকবা।"

তেওঁৰ কথাৰ ধৰণ দেখি মই তেওঁৰ মুখৰ ফালে হাঁ কৰি চাই থাকিলো।

কমৰেড—"কিয়, মুখ মেলি চাই থাকিলা দেখোন! কোৱা।"

—তুমি যি ধৰণে কথা কোৱা, ভয় লাগে।

কমৰেড—হুঁ, বৰ পুৰুষ, কোৱাঁ, কোৱাঁ, ভয় কৰিব নেলাগে দিয়া।

মই—তুমি ভালকৈ জানা—তোমাৰ বৰণ ক'লা আৰু তুমি শকতো। কিন্তু সেই কথালৈ কেনেকৈ উপলুঙা কৰা ?

কমৰেড—যাহক ৰক্ষা পৰিলো। মই ভাবিছিলো তুমি বা আৰু কি কোৱা। মই ক'লা সেইটো ঢাকিবলৈ গৈ পাউদাৰ আদি সানিলে কি হব, হাঁহিয়াতৰ পাত্ৰহে হম। মই সৰুতে ক'লা বুলি দেউতা আয়ে মনত বৰ দুখ কৰিছিল। নানান পাউদাৰ, স্নো সানি

চিকুণ্ কৰিবলৈ চেষ্টা কৰিছিল—এঙাৰ্ নো গাখীৰেৰে ধুলে কৰবাত বগা হয় নে? মইয়ো বহুত ঠাইত ক'লা বৰণৰ নিমিত্তে বহুত ৰকম উপলুঙা সহ্য কৰিব লগীয়াত পৰিছিলো। একোদিন মনত ইমান আঘাত লাগে—ৰাতি টোপনি নাহে। মোৰ এনে অৱস্থা দেখি দেউতাৰ বুঢ়া বন্ধু এজনে মোক এখন কিতাপ উপহাৰ দিছিল। সেইখন হৈছে 'ইনফিৰিওৰিটি কমপ্লেক্স'। তাত লেখিছে—'তুমি হয়তো পঙ্গু, বৰ শকত বা বৰ ক'লা; সেই বুলি তুমি মানুহৰ সদগুণবোৰৰ পৰাতো বঞ্চিত হোৱা নাই। এটা গুণ অভ্যাস কৰা আৰু কোনোবাই তোমাক পঙ্গু বুলি হাঁহিলে বেজাৰ নেপাই তুমিও সিহঁতৰ লগত হাঁহিবা। তোমাৰ গুণত মানুহ মোহিত হৈ তোমাৰ বৰণ ক'ল্য বা পঙ্গু অৱস্থালৈ আওকাণ কৰিব।' এনেকুৱা ধৰণৰ বহুত কথা আছে। সেই কিতাপখনৰ উপদেশমতে চলাৰপৰা মই কেতিয়াও নিজকে ক'লা বুলি আক্ষেপ নকৰো, আৰু তেতিয়াৰপৰা অইন মানুহেও উপলুঙা কৰিবলৈ এৰিলে। দেউতা আইয়েও আজি-কালি আক্ষেপ নকৰে।

মই বেচি ভাগেই পুথি-ভৰালত সময় কটাইছিলো। কেতিয়াবা ইমান মগ্ন হৈ থাকো যে খোৱাও ঠিক সময়ত নহয়। কোনো কোনো দিন জলপান খায়েই কটাওঁ। কেতিয়াবা কমৰেডে আহি মোক টানি লৈ যোৱা দেখিলে চকীদাৰটোৱে কয়—"তেওঁক লৈ যক আইদেউ, মাজে মাজে খাবলৈও পাহৰি যায়।"

কমৰেডে কেতিয়াবা খং কৰি কয়—"মোক লাগে তুমি ঠিক সময়ত খোৱা আৰু শোৱা। কেবল পঢ়িলেই নহয়, সকলো ফালে ঠিক ৰাখিব লাগে।

কাৰ কথা কোনে শুনে? কমৰেডে মাতি নিনিলে আকৌ মোৰ অনিয়ম হয়।

একোদিন তেওঁ খং কৰি কয়—"তোমাৰ নিচিনা ল'ৰাক বিদেশলৈ পঠোৱাই ভুল।"



মই—তেনেকুৱা এটা নিয়ম নকৰা কিয়?

কবলৈহে পালো, আৰু কলৈ যায়! পৰ্ব্বত অহাদি আহি মোৰ মুখৰ ওচৰত হাত জোকাৰি কলে—"তোমালোকৰ নিমিত্তে এই।"

সেইদিনাৰ পৰা মোৰ পিচত ভালকৈয়ে লাগিল। মই উঠোতে বহোতে, অৰ্থাৎ দিনৰ ভাগত তেওঁৰ ৰঙা চকুৱে মোক শাসন কৰিবলৈ ধৰিলে। মই বিশেষ বেয়া পোৱা নাছিলো আৰু পালেও তো মৰমৰ আগত কোনো শক্তি নেখাটে। শেষত কমৰেডৰ ইচ্ছাই প্ৰবল হল। প্ৰায় দুবছৰ তেওঁৰ লগত পঢ়াৰ পিচত মই সঁচাকৈয়ে নিয়মিত হলো। বিশ্ববিদ্যালয়ৰ শেষ পৰীক্ষা দি প্ৰত্যেকে নিজৰ নিজৰ ঘৰমুৱা হল।

## সানমিহলি

কলিকতাত পঢ়া অৱস্থাত, মাজতে এবাৰ বছেৰেকমান ছাত্ৰাবাসত নেথাকি হোটেলত আছিলো। আমাৰ চাকৰ এটাৰ নবীয়া হোৱাত যমুনা নামেৰে এজনী আদহীয়া মাইকী মানুহ ৰখা হৈছিল। তাই অসম্ভৱ ৰকমৰ গম্ভীৰ আছিল। নিজৰ কামখিনি পৰিপাটীকৈ কৰি সন্ধ্যা হলেই ঘৰলৈ গুচি যায়। তাইৰ ধৰণ দেখি দেখি এনেকৈ বাহিৰত কাম কৰি খোৱা যেন নেলাগে।

এদিন গধূলি মই পঢ়ি আছো। মোৰ আগত এটা ছাঁ পৰা দেখি ঘূৰি চাওঁতে দেখো, যমুনাই মোৰ খোঁটালীৰ দুৱাৰখনত ধৰি থিয় দি আছে। মই সুধিলো—"কি লাগে?" তাই এটা ঢোক গিলি কলে—"মই বৰ বিপদত পৰিছো, এটা টকা দিব নে?"

মই সুধিলো—"কি বিপদ হৈছে?" তাই "বাৰু নেলাগে দিয়ক" বুলি গুচি যাবলৈ ধৰোতেই মই কলো—"বাৰু বিপদৰ কথা মোক কব নেলাগে। ধৰা এই দুটকা ৰূপ।"

তাই একো নেমাতি টকা দুটা লৈ গল।

যমুনা আমাৰ হোটেলত প্ৰায় তিনিমাহমান আছিল। মাজে সময়ে মোৰ পৰা তাই দুই এটকা নিছিল। মইয়ো কি জানি কিয় তাইক কেতিয়াও বিমুখ নকৰিছিলো। তাইয়ো মোৰ খোৱা-লোৱাত ইমান যত্ন লৈছিল যে মই তাই থকা কেইমাহ নিজৰ ঘৰত থকা যেন পাইছিলো।

তাই যোৱাৰ প্ৰায় এমাহমান পিচত এদিন মই বহি আছো—তাই আৰু এটা মানুহেৰে সৈতে উপস্থিত হলহি। আজিকালি ক'ত কাম কৰিছে বুলি সোধাত তাই অলপ হাঁহি কলে—"বপা! মই বাহিৰত কাম কৰি খোৱা মানুহ নহয়। মোৰ ঘৰৰ গিৰিহঁতৰ অসুখ হোৱাৰ নিমিত্তে মই কাম কৰিবলৈ বাহিৰলৈ ওলাইছিলো। আপোনালোকৰ আশীৰ্ব্বাদত এতিয়া তেওঁ ভাল হৈছে। মোৰ দৰ্ম্মহাই মুকুলোৱা দেখি আপোনাৰ সহায় লৈছিলো। এতিয়া যদিও মোৰ পইচাৰ অভাৱ নাই, তথাপি আপোনাৰ মৰমৰ অমৰ্য্যাদা কৰি ধাৰ শোধ নকৰো—আৰু টকা কেইটা দিলেই জানো আপোনাৰ ধাৰ শোধ হব? মোৰ গিৰিহঁতে মিস্ত্ৰি কাম কৰে। তেওঁৰ হাতৰ তৈয়াৰী এই ক'লা কাঠৰ হাতীটোকে আপোনাক আমাৰ শ্ৰদ্ধাৰ চিন স্বৰূপে দিলো।"

তাই অলপ কাষৰীয়া হ'লত তাইৰ লগত অহা মানুহটোৱে মোক নমস্কাৰ কৰি ক'লে—"বোপা! তেওঁ মোৰ ঘৰৰ মানুহ। ঈশ্বৰে আপোনাৰ মঙ্গল কৰক।"

সিহঁত দুয়োৱে মোক আকৌ নমস্কাৰ কৰি বিদায় লোৱাত মই যমুনাৰ হাতত দুটকা ৰূপ সিহঁতক মিঠাই খাবলৈ বুলি দি 'ভাল হওক' বুলি বিদায় দিলো। বিদায় দি সিহঁতে দিয়া ইবনি কাঠৰ হাতীটো মেজৰ ওপৰত থলো।

* * * *

প্ৰত্যেক দেওবাৰে বহুত ভিখাৰী আমাৰ হোটেললৈ আহে। এদিন এজনী অলপ মগজৰ দোষ থকা বুঢ়ী আহি পোনে পোনেই



মোক দুঅনা পইচা খুজিলে। মইয়ো একো আপত্তি নকৰি দিলো। সেইদিনাৰপৰা তাইৰ গতেই হ'ল মোৰ পৰা দুঅনা পইচা নিয়া; তাৰ কম একপয়চাও নিনিয়ে। মোৰো এনেকুৱা অভ্যাস হৈ গ'ল—তাই যিদিনাখন নাহে সেই দিনটো মোৰ বৃথা যোৱা যেন লাগে। আনকি তাইক দেওবাৰে পইচা দুঅনা দিবৰ নিমিত্তে দুপৰীয়া কলৈকো নগৈছিলো।

## প্ৰকৃতি

পৰীক্ষা শেষ হলত সকলো ঘৰা-ঘৰি গল। মই বন্ধটো পুৰীত কটাওঁ বুলি সন্ধ্যা ৮-৩০ বজাত পুৰী এক্সপ্ৰেচ্‌ত উঠিলো। হোষ্টেলত খাই বৈ গৈছিলো, সেই গতিকে ৰেলগাড়ীত উঠিয়েই বিছনা পাৰি শুলো। ঠিক ৰাতি পুৱাওঁ পুৱাওঁ হওঁতেই সাৰপাই মুখ-হাত ধুলো। পুৰী পাবলৈ আৰু এটা ষ্টেশন আছে; এনেতে চাওঁ যে এফালে আকাশ আহি মাটিত লাগিছেহি। পিচ মুহূৰ্ত্ততে বুজিলো—আকাশ নহয়, সাগৰহে। দুয়ো কাষে শাৰী শাৰী নাৰিকল গছ, তাৰ মাজেদি ৰিণি ৰিণি সাগৰ দেখা গৈছে, ভাৱ হয় কোনোবাই যেন মোক সাদৰি নিবলৈ বাট চাই আছে। নাৰিকল গছবোৰ যেন শাৰী শাৰী কল গছ। মাজেদি সাগৰৰ পানীবোৰ যেন এখন দলিচাহে। নানান তৰহৰ চৰাইৰ পুৱাৰ মাত যেন পেঁপা কালীয়াহে। এফালে সাগৰত সূৰ্য্যৰ ক্ষীণ ৰশ্মি পৰি জিল্‌মিল্‌কৈ উঠিছে।

মই বৰ ভালকৈয়ে জানো পুৰীত মোৰ কোনো জনাশুনা মানুহ নাই; তথাপি ভাব হৈছে কোনোবা যেন মোৰ বৰ আপোন মানুহৰ তালৈ গৈছো। এনেকৈ ভাবি থাকোতেই ষ্টেশন পালোহি। কোনোমতে পাণ্ডাৰ হাত সাৰি সাগৰৰ পাৰত থকা ভিক্টোৰিয়া হোটেলত উঠিলোগৈ।

সৰুৰে পৰা সাগৰৰ বিষয়ে বহুত গীত, ৰচনা পঢ়িছো। যিমানেই পঢ়ো সিমানেই সাগৰ চাবলৈ ধাউতি বাঢ়িহে গৈছিল। এতিয়া সাগৰ দেখি বুজিলো—সেই উৎকৃষ্ট গীত আৰু ৰচনাবোৰ উপলুঙাহে। সাগৰ তাতকৈ অতি গভীৰ আৰু মনোমোহা—ওৰে জীৱনটো চাই থাকিলেও হুতাহ নপলায়।

ইচ্ছা হয়— নীৰলে সাগৰ পাৰত বহি।
সন্মুখত অনন্ত জলধি ৰাশি
ওপৰত নক্ষত্ৰ ৰাজি,
মলয়াক আকোঁৱালি,
কম যেন অন্তৰৰ কথা।

সাগৰ দেখি কত কি কথা মনত পৰিল—তাৰ ঠিকনা নাই। প্ৰথমতে মনত পৰিল—চাৰ ওৱালটাৰ বেলেৰ এখন ছবি দেখিছিলো। বেলেৰ বয়স তেতিয়া আঠ কি ন বছৰমান হব। সাগৰৰ পাৰৰ বালিত দুই আঁঠুৰ ওপৰত মূৰ দি গম্ভীৰ হৈ বহি সাগৰৰ ফালে অবাক হৈ চাই আছে। দ্বিতীয়তে মনত পৰিল, কবি শ্বেলি সাগৰত ডুবি মৰাত কবি বায়ৰণৰ 'হা প্ৰমিথিয়াচ' বুলি দীঘল হুমুনিয়াহ—আৰু কত কি!

একোবাৰ ভাব হয়, গোটেই সাগৰখন কাৰোবাৰ ৰিহা, বগা বগা ঢৌবোৰ ৰিহাৰ পাৰি আৰু দূৰৰ বগা বগা পাল দিয়া নাওবোৰ কল্কা—ওপৰত মেঘবোৰ যেন এটাৰি চুলি শুকাবলৈ মেলি দিছে। সাগৰৰ ঢৌবোৰে কিবা গুপুত বাতৰি আনি পাৰত পেলাই দিছে, একোবাৰ সেইবোৰ বুজা যেন লাগে। যেতিয়া নিজকে সোধো কি বুজিছো, তেতিয়া দেখো একোকে বুজা নাই।

একোবাৰ ভাবো, কোনোবা সুন্দৰীৰ চকুৰ পানীৰে লেখা অতৃপ্ত বাসনাৰ সংবাদ আনি কৈছেহি—

"ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
জীৱন মদিৰা ভৰাই দিয়া,



অতীত-ভবিষ্য শোক দুখ ভয়
আজিৰ ভাবনা উটাই নিয়া।"

* * *

আজি পূৰ্ণিমা। গোটেই ৰাতি উজাগৰে থাকি সাগৰৰ বুকুত জোনৰ খেলা চাম বুলি সোনকালে খাই বৈ সাগৰৰ পাৰত বহিলো। লাহে লাহে পাৰত এটাও মানুহ নোহোৱা হ'ল। ৰিব্ ৰিব্‌কৈ এছাটি বতাহ আহি গা জুৰ কৰিছে—যেন এখন খৰিকাজাঁই ফুলৰ চাদৰহে গাত পেলাই দিছে। মাজে মাজে একোছাটি চেঁচা বতাহ আহি গা জিকাৰি দিয়ে। সাগৰৰ মাজৰ পৰা এটা ক্ষীণ চেতাৰৰ ঝঙ্কাৰ শুনি মূৰ ডাঙি চাওঁ যে সাগৰৰ মাজত এখন বৰ ডাঙৰ পিনিচ আলোকমালাৰে সুশোভিত হৈ হালি-জালি আগুৱাই আহিব ধৰিছে। এনেকৈ ঠৰ হৈ থাকোতেই পিনিচখন আহি ওচৰ চাপিলহি। তাৰ ভিতৰত এজনী বৰ ধুনীয়া ছোৱালীয়ে এখন চেতাৰ বজাই আছে। তেওঁৰ মুখত জোনাক পৰি মুখখন এটা বগা পদুম ফুলৰ দৰে দেখা গৈছে। লাহে লাহে পিনিচখন পাৰত লাগিলহি। ছোৱালীজনী নামি পোনেই মোৰ ওচৰ পালেহি। মোক চৈতন্য, লাজ আৰু ভয়ে আবৰি পেলালে—লগে লগে মোৰ বুকু আৰু ভৰিও কঁপিবলৈ ধৰিলে। মই নিশ্বাস বন্ধ কৰি প্ৰকৃতিস্থ হবৰ চেষ্টা কৰিছো, এনেতে ছোৱালীজনী মোৰ ওচৰলৈ আহি হাতত ধৰি কলেহি—"মোক তুমি চিনি পোৱা নাই? মোকনো ইমান ভয় কৰিব লাগে নে?"

মোৰ গাটো জিকাৰ মাৰি উঠিল। সেই জিকাৰত মোৰ প্ৰত্যেক শিৰ কঁপি উঠিল। মই কোনোমতে বুকু ডাঠ কৰি মূৰটো তুলি চাওঁ যে ছোৱালীজনীৰ চকু বন্ধা আৰু তেওঁৰ ৰূপৰ প্ৰভাই গোটেইখন পোহৰাই পেলাইছে।

ছোৱালী—তুমিয়েই মোক মাতি আনিছা, অথচ তুমি এতিয়া ভয় আৰু লাজতে কোঁচ খাই আছা! অৱশ্যে তুমি নেমাতিলেও

মই আহিলো হয়, কিন্তু পলমে। বাৰু তোমাক প্ৰকৃতিস্থ কৰি দিওঁ।

ছোৱালীজনীয়ে মোৰ বুকত হাতখন দিলে, মৃদু সমীৰণে গা শাত কৰাদি মোৰ গাটো শাত পৰিল। বুকুৰ ধপ্‌ধপনিও বন্ধ হল।

মই সুধিলো—তুমি কোন?

ছোৱালী—মই তোমাক দেখা পোৱা নাই নহয়। মোৰ চকুৰ বান্ধ মুকলি কৰি দিয়া।

মই ধৰো-নধৰোকৈ তেওঁৰ চকুৰ বান্ধ মোকলাই দিলো।

ছোৱালী—মোৰ চকু দুটাও মেলি দিয়া।

মই সম্মোহিত মানুহৰ দৰে তেওঁৰ কথা মতে চকু দুটা মেলি দিলো। কিন্তু ইকি! ই চকু? জোনৰ নিচিনা শীতল কিন্তু বেলিৰ নিচিনা উজ্জল—চকুত ছাট মাৰি ধৰে। দূৰবীক্ষণ যন্ত্ৰৰ দৰে চকু যুৰিৰ ভিতৰেদি বহুত দূৰলৈ দেখা পায়, যেন কোনোবা সপোনৰ সন্দেশ দিয়ে—নীলা চকুজুৰি সাগৰতকৈও গভীৰ। ওহোঁ-সিও নহয়—বোধকৰো অনাদি কালৰ প্ৰেমৰ মদিৰা একেলগে তাতে থিতাপি হৈ যুগ যুগ ধৰি প্ৰকৃতিয়ে নিজে পুৰুষক ঢালি দিছেহি অ'ই।

ছোৱালী—ব'লা আমি পিনিচলৈ যাওঁ।

মই—তুমি কোন মোক নকলা দেখোন।

ছোৱালীজনীয়ে মোৰ মুখৰ ওচৰলৈ মুখ আনি কলে—"তুমিনো কোন?"

মই কব ধৰোতেই মোৰ মুখত হাত দি কলে—তুমি কব নেলাগে, মইয়ে কওঁ—তুমি পুৰুষ, মই প্ৰকৃতি। এতিয়া চিনি পালা?

মই—ভালকৈ নেপালো।

—পুৰুষ আৰু প্ৰকৃতি কাক বোলে তাকো নাজানা। বাৰু নেলাগে জানিব। এতিয়া ব'লা পিনিচলৈ যাওঁ।



মোক প্ৰকৃতিয়ে হাতত ধৰি লৈ গৈ এখন দলিচাত বহুৱালে আৰু নিজেও মোৰ কাষতে বহিল। পিনিচখন আকৌ হালি-জালি চলিবলৈ ধৰিলে। মোৰ এতিয়াহে অলপ চৈতন্য আহিল। প্ৰকৃতিৰ গাত কোনো অলঙ্কাৰ-পাতি নাই, গোটেই গাটো ফুলেৰে সজোৱা—কাণত ফুল, খোঁপাত ফুল, হাতত ফুলৰ মালা—এক কথাত ফুলৰ ৰাণী। প্ৰকৃতিয়ে চেতাৰখন হাতত লৈ দুবাৰমান ঠুং-ঠুং কৰি বজাবলৈ ধৰিলে। প্ৰায় আধা ঘন্টামান বজালে, কি বজালে কব নোৱাৰো। মোৰ কেনে লাগিল তাকো কব নোৱাৰো, কি জানি এনেকুৱা হব—যেতিয়া বজাবলৈ ধৰিলে ঝম্‌-ঝম্‌কৈ বৰষুণহে দিলে। একোটা ঝমক্ ঠিক যেন মেঘৰ গাজনি আৰু ঝঙ্কাৰবোৰত যেন ঢেৰেকনিত কঁপাৰ দৰে পৃথিবী কঁপি উঠে। আকৌ যেতিয়া একোটা ঝমক্ দিয়ে, চেঁচা বতাহ লগাৰ দৰে গাৰ নোম থিয় দি উঠে। বৰষুণৰ এছাৰ কণিয়ে নিভিজা ঠাইবোৰ ভিজোৱাৰ দৰে একোটা মীড়ে গোটেই ইন্দ্ৰিয়বোৰ বিবশ কৰি পেলায়। লাহেকৈ চেতাৰখন থৈ প্ৰকৃতিয়ে সুধিলে—"কেনে লাগিল?"

মই কি কম—একো নেমাতি দুই হাতৰ মাজত মুখখন সুমুৱাই প্ৰকৃতিৰ ফালে চাই থাকিলো।

প্ৰকৃতিয়ে মিচিকিয়া হাঁহিৰে ক'লে—"তুমি সঁচাকৈয়ে কবি। ইমান তন্ময় হৈছা যে তোমাৰ মুখত মাত একাষাৰ নোলাল।"

প্ৰকৃতিয়ে হাঁহোতে ওঁঠ দুয়োটা যেন ৰঙা গোলাপ ফুলৰ পাহিহে মেল খালে—আৰু দাঁতবোৰ যেন এধাৰ মুকুতাৰ মালা। তেওঁ চেতাৰখন থৈ এটা গান গালে। কি গালে কব নোৱাৰো, মাত্ৰ ইয়াকে বুজিলো—অনাদি অনন্ত কালৰ পৰা বৈ অহা মানৱ হৃদয়ৰ ব্যাকুলতাৰ সুৰ আৰু সেই গান বিশ্বৰ জড় আৰু জীৱ পদাৰ্থ সকলোৱে একাণপতীয়াহৈ শুনিলে। সেই সুৰ আকাশত ভাহি ৰ'ল। গান শেষ হোৱাৰ বহুত পিচলৈকে শেষ নোহোৱা

বুলি ঠৰ হৈ মই বৈ আছিলো। প্ৰকৃতিয়ে মোক মাতোতে মই উচাপ খাই উঠিলো।

প্ৰকৃতি—বাৰু সঁচাকৈ কোৱাচোঁন—তুমি যুৱক মই যুৱতী, কাল নিশা। এনে বয়স আৰু অৱস্থাত যিবোৰ ভাব মনত খেলে তেনে ভাব তোমাৰ মনত খেলিছেনে নাই ?

মই—সঠিককৈ কব নোৱাৰো। তাৰ কাৰণ মোৰ মন স্বাভাবিক অৱস্থাত নাই—বোধকৰো ইয়াকে সম্মোহন অৱস্থা বোলে। মই বুজাই কব নোৱাৰো, কেৱল উপমাহে দিব পাৰো। মোৰ তেতিয়া আঠ-ন বছৰমান বয়স হব। অলপ অলপ সাঁতুৰিবলৈ শিকিছো। এদিন সাঁতোৰোতে ভাগৰ লাগি ডুব গলো। কাণেৰে কেৱল পানীৰ হো হো শব্দ শুনিছিলো, তাৰ বাহিৰে একো কব নোৱাৰো। এনেতে উচাপ খাই উঠিলো। ঘূৰি চাওঁ যে এটা লৰাই মোৰ পিঠিত একা ঢকা মাৰিলেহি। 'কিয় মাৰিলি' বুলি সোধাত কলে—মই পানীত ডুব গৈছিলো।

প্ৰকৃতি—মই ক'ৰ পৰা আহিছোঁ, কিয় আহিছোঁ, সেইবোৰ কথা নোসোধা দেখোন।

মই—এই কথাষাৰ মাজে মাজে মোৰ মনত খেলিছে ; কিন্তু মোৰ অন্তৰৰ ভিতৰৰ পৰা কোনোবাই যেন কৈছে—তুমি মোৰ নিমিত্তেই আহিছা আৰু তোমাৰ মোৰ সম্বন্ধ যুগ যুগ ধৰি। সেই গতিকে মই তোমাক সুধিবৰ বৰ আগ্ৰহো নাই।

প্ৰকৃতি—যেতিয়া যৌৱনৰ বতাহ প্ৰথম গাত লাগে, তেতিয়া কিবা এটা পাবলৈ মন বৰ ব্যাকুল হয়। সেই সময়ত ঠিকমতে যদি আচল পথত পোনাই দিব পৰা যায়, তেনেহলে গোটেই জীৱন শান্তিৰে যায়। যদি পোনাই দিব পৰা নেযায় তেনেহলে যিফালে সুচল পায় সেইফালে ঢাল খায়।

মই—কাৰ্য্যত এইবোৰ কেনেকৈ খটাবা ?

প্ৰকৃতি—মোৰ অবিহনে তুমি নিশ্চয় খুব অস্থিৰ হৈ পৰিবা।



তেতিয়া মোৰ প্ৰতি তোমাৰ যি ভালপোৱা, সেই ভালপোৱা, গছ-গছনি, ফুল-লতা আৰু সকলো জীৱকে বিলাই দিবা। তেনেহলে মই সদায় তোমাৰ ওচৰত থকা যেন পাবা। তোমাৰ ভিতৰত এজন অসীম ক্ষমতাশালী পুৰুষ আছে। তেওঁৰ ওচৰত এই ভাল-পোৱাৰ সঁফুৰাটো থৈ তাৰপৰা সকলোকে বিলাবা। যুগ যুগ ধৰি পুৰুষে মোকেই বিচাৰিছে, এজনকেই নানা জনৰ ভিতৰেদি ; কিন্তু প্ৰকৃততে কেইজনে পাইছে ? যদি পাইছেও, শৰীৰৰ ক্ষুধা দি বিকৃত কৰিছে। তুমি ভাবিছা—মোৰ অবিহনে তুমি জীয়াই নেথাকিবা ; কিন্তু নিয়তিয়েতো নেমানে, মই যাবই লাগিব।

প্ৰকৃতিয়ে কথা বন্ধ কৰি এটা বগা শিলৰ বাটিত অলপ আঙুৰৰ ৰস আনি দিলে। আঙুৰৰ ৰস টুপি খোৱাৰ লগে লগে মোৰ আৰু অন্তৰখন এনেহে লাগিল যেন সকলোকে আকোঁৱালি ধৰিম—জড় পদাৰ্থৰ ভিতৰতো যেন প্ৰাণ আছে। প্ৰকৃতিয়ে মোৰ থুতৰিটো জোকাৰি কলে—"মোৰ অবিহনে জী থাকিব নোৱাৰিবা নেকি ? তুমি যাক ভাল পাবা তেওঁৰ ভিতৰেদি মই জী থাকিম ; কিন্তু চাবা, বিকৃত কৰিলে মইও বিকৃত হম।"

প্ৰকৃতিয়ে লাহে লাহে নাচি নাচি মোৰ ওচৰৰ পৰা আঁতৰি যাবলৈ ধৰিলে। ইতিমধ্যে হো হো কৰে সাগৰৰ জোৱাৰ আহি পিনিচখন বুৰাই দিলে। মই একেবাৰে বিবুধি লাগিলো। অভ্যাসত মই সাঁতুৰিবলৈ আৰম্ভ কৰিলো। প্ৰকৃতি বা পিনিচখনৰ একো চিন-চাবেই নাই। ঘূৰি চাওঁ যে প্ৰকৃতিয়ে দিগন্তত থিয় দি মেঘৰ ওপৰত চুলিটাৰি মেলি দিছে আৰু ৰিহাখনে সাগৰখন আগুৰি পেলাইছে। মাজে মাজে বগা ঢৌৰ পাৰি অকাই-বগাই গৈছে। প্ৰকৃতিয়ে হাঁহি কলে—"মই যাওঁ দেই। আত্মৰিশ্বাসত ভৰ দি জীৱন পথত চলিবা।"

প্ৰকৃতি অদৃশ্য হল, লগে লগে জোনটোও শেতা পৰিল। মই দেখিলো—পাৰলৈকো বহুত দূৰ। যি হ'ল সেই হ'ল, প্ৰকৃতি

যিফালে অদৃশ্য হ'ল সেই ফালে পোনাই সাঁতোৰ মেলিলো, পাৰতো একোৱেই নাই। কিজানি সিপাৰে তেওঁক পাওঁয়েই—এই আশাতেই। এয়ে নে জীৱন ?

"দেউতা, উঠক।"

উচাপ্ খাই উঠিলো। চকুমেলি চাওঁ যে মই আৰামী চকীত বহিয়েই ৰাতি কটালো। "দেউতা, উঠক"—চাকৰটোৱে আকৌ মাতিলে। মই গা এঙামুৰি দি উঠিব খোজোতেই জোৰাৰ আহি মোৰ আঁঠুলৈকে ভিজাই দিলে।

সেইদিনা ছুপৰীয়া ঘৰৰপৰা চিঠি পাই ৰাতিৰ গাড়ীত ঘৰমুৱা হলো।

## প্ৰমীলা

( এবছৰ পিচত—কলিকতা )

পুৱা গালত হাত এখন দি চাহৰ পিয়লাটো লৈ ৰাতিৰ সপোনটো আলচিব ধৰিছো। সপোন আছিল এই—মই নাও লৈ কৰবালৈ যেন যাবলৈ ওলাইছো। হাতত বঠা এপাত লৈ নাৱৰ গোৰত বহি আছোঁ আৰু যাত্ৰী হৈছে এজনী ছোৱালী—মুখখন কাপোৰেৰে ঢকা। এনেতে 'খনা' আহি কলে—"ককাইদেউ নাও এৰা পলম হব।"

মই চকু টিপিয়াই সুধিলো—"মুখ ঢাকি থকাজনী কোন ?"

খনা—পিচত চিনি পাবা।

মই কলো—তুমিও আহি উঠাহি।

খনা আহি নাৱত উঠিলহি, কিন্তু ক'ত ?—সেই মুখ ঢাকি থকা ছোৱালীজনীৰ গাত বিলীন হৈ গ'ল! পিচফালৰ পৰা 'ডোৰা'ই আহি মোৰ পিঠিত থপৰিয়াই কলে—"নাও এৰি দিয়া।"

তেৱোঁ খনাৰ দৰে বিলীন হৈ গ'ল। "হিঃ, হিঃ, হিঃ"—ফিৰি



চাওঁ যে 'বিদ্যুৎ'—কেনে জব্দ এইবাৰ। বিদ্যুতো তেওঁলোকৰ দৰে অদৃশ্য হল। এনেতে গলগলীয়া মাতেৰে কলে—"কমৰেড, তেওঁক মৰমৰ চকুৰে চাবা।" দেখোঁ যে 'নিজৰা'।

তেৱোঁ লাহেকৈ মুখ ঢাকি থকা ছোৱালীজনীৰ গাত বিলীন হৈ গ'ল। এনেতে সাৰ পালো। এইবোৰ আলচি থাকোতেই পিয়নে আহি চিঠি দিলে। তাৰ ভিতৰত এখন কাগজত লেখা আছিল —সোনকালে ঘৰলৈ আহাঁ, সকলো ঠিক্ ঠাক্।

ইয়াৰ মানে কি, মই বুজিলো। চাকৰটোক মাত দি কলো—"সোনকালে ভাত ৰান্ধ। আজি ঘৰলৈ যাম।"

* * *

প্ৰমীলাই আহিয়েই মোৰ ধনৰ মোনাত হাত দিলে। সৰুৰে পৰা পইচা-কড়িৰ অভাৱ অনুভব কৰা নাই, সেইগতিকে হিচাবো ৰখা নাছিলো। প্ৰমীলাই খনাৰ দৰে ধেমালি কৰে, ডোৰাৰ দৰে ভাল কামত উৎসাহ দিয়ে, আই আৰু মাহীৰ দৰে খোৱা-লোৱাত যত্ন লয়, বিদ্যুতৰ দৰে মান অভিমানৰ পালা কৰে, কমৰেডৰ দৰে দোষ হলে শুধৰাই দিয়ে।

কেতিয়াব মই লেখি থাকিলে প্ৰমীলাই আহি পিচফালে থিয় দি তেওঁৰ থুতুৰিটো মোৰ কান্ধত থৈ কি লিখিছো চায়হি। মই লাহেকৈ তেওঁৰ হাতখন আনি মোৰ থুতুৰিত ঘহি দিওঁ। প্ৰমীলাই—"উস্, আপুনি বৰ দুষ্ট" বুলি হাতখন আঁতৰাই নিয়ে। কেতিয়াবা কেতিয়াবা লেখি থাকোতে ভাগৰ লাগি চকীতে টোপনি যাওঁ। তেওঁ আহি মোৰ চুলিবোৰ লাহে লাহে ফণিয়াই দিয়ে—মনত হয়, সেই পৰশে মোৰ মনত হিজিবিজি হৈ থকা চিন্তাৰাশি এটা এটাকৈ সজাই থব ধৰিছে।

* * *

কাতিমহীয়া বেলি ডুব গৈছে। আকাশ ৰঙা ৰঙেৰে ৰাঙলী হৈ উঠিছে। বাৰান্দাৰ চকীখনত বহিলোহি। মেঘৰ খেলা

চাওঁতে চাওঁতেই সাঁজ লাগিল। ধ্ৰুবতৰাটো সন্ধিয়াৰ বন্তিৰ দৰে জিলিকি উঠিল। দূৰৈত কৃষ্ণপক্ষৰ দ্বিতীয়াৰ জোনটো পুৰাৰ বেলিৰ দৰে হালধীয়া হৈ উঠিল। প্ৰমীলাই কি ভাবি কব নোৱাৰো, চেতাৰখন লৈ মোৰ ওচৰতে মাটিত এখন কঠ পাৰি বহি এটা বেহাগ আৰম্ভ কৰিলে। গান শুনি থাকোতেই মোৰ অলপ তন্দ্ৰা লাগিল। সপোন দেখিলো—এক মহাসাগৰৰ পাৰত প্ৰমীলাক সাৱটি বহি আছো। এটা তপত নিশ্বাস মোৰ মুখৰ ওপৰেদি বৈ গল। চকু মেলি চাওঁ যে প্ৰমীলাই মোৰ পিচ ফালে থিয় দি মোৰ গালত গাল লগাই আছে। লাজতে জোনটিয়ে মেঘৰ আঁৰত মুখ লুকালে।

# কালনৃত্য

~~(১৯৩৪)~~ ১৮৮৯ চন ইং
স্থান—শ্বিলং
বসন্ত চৌধুৰী—৩৯ বছৰ
অজিত ( অজু )—৮ বছৰ
মেনকা ( মনু )—৫ বছৰ

অজুই ফুলনিৰ মাজত শিল এটাৰ ওপৰত বহি হাত চাপৰি দি গীত গাইছে—

“ভালি নাচে মদন গোপাল।
বজায় মোহন বেণু গলে বনমাল।
অৰুণ চৰণ দোঁহো থমকে চলায়।
ঈষত ঈষত হাসি পঞ্চমে গায়।”

মেনুই মূৰত ৰঙা কাগজৰ এটা কিৰিটী পিন্ধিছে, হাতত ইকৰাৰ বাঁহী, গলত এধাৰ ফুলৰ মালা লৈ নাচিব ধৰিছে। এনেতে বসন্ত চৌধুৰী আহি মেনকাই নচা দেখি হাত চাপৰি দিলে। বসন্তক দেখা পাই মেনুই লৰি পলাব খোঁজোতে বসন্তই থাপ্‌মাৰি মেনকাৰ হাতত ধৰি ডাঙি কোলাত লৈ ছুয়ো গালে ছুটা চুমা খাই কলে—

“বৰ সুন্দৰ হৈছে, আৰু এবাৰ নাচাছোঁন।” মেনকাই মুখখন অইনফালে ফিৰাই লাজকুৰীয়াকৈ “ওঁহ” বুলি নাকটো কোঁচালে।

বসন্ত—বাৰু নাচাছোঁন, কিহৰ লাজ! আজি আবেলি এটা বৰ ডাঙৰ পুতলা আনি দিম।

মেনকাই বসন্তৰ কোলাৰ পৰা নামি অজুৰ ওচৰলৈ গৈ কলে—"ককাইদেউ আহাছোঁন, তাতাক 'জলপৰী' নাচ দেখুৱাওঁ।"

অজুই নাকটো কোঁচাই চকু ঘোপা কৰি মেনকাৰ ফালে চাই কলে—"মোৰ লাজ লাগে।"

বসন্ত—কিহৰ লাজ, নাচাছোঁন। যদি ভালকৈ নাচ দেখুৱাব পাৰা তেনেহলে আজি বহুত দূৰলৈ ফুৰাব নিম।

অজুই থিয়দি বাওঁহাতখনদি চকুত আঁৰ কৰি ধৰি, সোঁ হাতেদি পানী চটিয়াৰ দৰে কাল্পনিক পানী চটিয়াব ধৰিলে। তুহাতমান দূৰৈত মেনকাইও থিয়দি তুই হাতেদি কাল্পনিক পানী চটিয়াব ধৰিলে। পানী চটিয়াই চটিয়াই অজু লাহে লাহে আগবাঢ়ি গৈ মেনকাৰ তুয়োখন হাত জপটিয়াই ধৰিলে আৰু থিতাতে একাঠু পানীত পৰাৰ দৰে পৰি খিল্‌খিল্‌কৈ হাঁহিব ধৰিলে।

বসন্ত চৌধুৰী গানৰ মাষ্টৰ; নিজৰ বুলিবলৈ কেও নাই। তেওঁ ভাবিছিল যে এইভাবেই দায়িত্বহীন জীৱন হাঁহি-ধেমালি কৰি তেওঁ কটাই দিব। কিন্তু আজি এবছৰ আগৰ ঘটনাই তেওঁৰ জীৱনৰ ধাৰা ওলোটাই দি তেওঁক সংসাৰী কৰি তুলিছে।

আজি এবছৰমান আগতে তেওঁৰ দূৰ সম্পৰ্কীয় বাঁৰী ভনীয়েক এজনীয়ে ঢুকাবৰ সময়ত একমাত্ৰ সাত বছৰীয়া পুতেক অজিতক বসন্তৰ হাতত গতাই দি যায়। এই ঘটনাৰ কেইমাহমান পিচত বসন্তৰ অন্তৰঙ্গ বন্ধু অনাদি আৰু তেওঁৰ ঘৈণীয়েক ঢুকাবৰ সময়ত তেওঁলোকৰ চাৰি বছৰীয়া ছোৱালী মেনকাক বসন্তৰ হাতত গতাই দি যায় আৰু জীৱন বীমাৰ তিনি হাজাৰ টকা মেনকাৰ নিমিত্তে থৈ যায়। তিনি ঘৰৰ তিনিটা প্ৰাণী লগলাগি বসন্তৰ সংসাৰ।

পুৱা আঠমান বাজিছে। এটা কোঠাত অজুই পঢ়িব ধৰিছে, আন এটা কোঠাত মেনকাই পঢ়িছে। মেনকাই পঢ়াৰ পৰা



মাজে মাজে খিড়িকীয়েদি গল মেলি চাইছে বসন্ত ওলাই গ'ল নে নাই। অলপ পিচত বসন্ত বাহিৰলৈ ওলাই যোৱা দেখা পাই মেনকাই কিতাপখন জপাই থৈ হাতত সাৰে ভৰিত সাৰে আহি অজুৰ পঢ়া-কোঠালীৰ তুৱাৰখনৰ আঁৰত থিয় দি গম্ভীৰ হৈ মাত লগালে—"অজু!" অজুই কিতাপৰপৰা মূৰ ডাঙি খক্‌মক্‌কৈ চকীৰপৰা উঠি মাত লগালে—"কি কৈছে, মোমাইদেউ?"

মেনকাই খিল্-খিল্‌কৈ হাঁহি উঠিল। অজুই লাজত পৰি খঙতে কলে—"অঁ, তইহে, ৰহ্ গৈছো।"

মেনকা—মোক কি কৰিবা, তাতা বাহিৰলৈ ওলাই গৈছে যোৱা।

অজু—বাৰু তেওঁ ফিৰি আহক, আজি তোৰ কথা কৈ দিমেই দিম।

মেনকাই মুখখন সেমেনা সেমেনি কৰি নিজৰ কাণ তুখনত ধৰি কলে—"মই কাণত ধৰিছো, কেতিয়াও তেনে নকৰো। তাতাৰ আগত নকবা।"

অজু—মই ক'মেই ক'ম, তই নকৰো বুলি কৈ সদায় এনেকুৱা কৰ।

মেনকাই অজুৰ ভৰিত ধৰি সেৱা কৰি কলে—তোমাক সেৱা কৰিছো। নকবা, তাতাই শুনিলে বৰ খং কৰিব।

অজু—তেওঁ তোক সদায় খুব ভাল বোলে নহয়, আজি কৈ দিমেই দিম।

মেনকা—সঁচাই কৈছো, আৰু তেনেকুৱা নকৰো।

অজু—বাৰু কব নালাগে যদি 'ককাইদেউ' বুলি মাত।

মেনুই অলপ খঙেৰে কলে "ককাইদেউ!"

অজু—নহয়, ভালকৈ মাত!

মেনু—অ, ককাইদেউ।

অজু—অ' ভনীটি।

অজুই 'ভনীটি' বুলি কবহে পালে, মেনকাই দুই চকু মোহাৰি ফোঁপাই কান্দিবলৈ ধৰিলে। অজু আগবাঢ়ি গৈ মেনকাক সাৱট মাৰি ধৰি চুমা খাই কলে—"তই ইমান আঁজলী নে? অলপ কথাত কান্দ!" মেনকাই গছত লতা মেৰোৱাৰ দৰে অজুৰ গলত সাৱটি ধৰি তাৰ বুকৰ মাজত মুখ লুকাই ফোঁপাবলৈ ধৰিলে। অজুই মেনকাৰ পিঠিত হাত বুলাই দি কলে—"আজি তোক এটা বৰ সুন্দৰ নাচ দেখুৱাম।" মেনকাই ফোঁপাই ফোঁপাই সুধিলে—"কি নাচ?"

অজু—বাৰু তই চকুৰ পৰা হাতখন গুচাছোঁন কও। সৌ বেৰাখনেই যেনিবা নদী, তই মূৰত এটা কলহ লৈ এখুজি দুখুজিকৈ হালি জালি পানি আনিব যাবি। সঁচাসঁচিকৈ কলহ লব নালাগে, মনতে ভাবিবি যেন তই কলহ এটা মূৰত লৈছ। বেৰাখনৰ ফাললৈ চাৰিখোজমান গলেই মই মেজৰ আঁৰৰপৰা বাঁহী বজাম, তই বাঁহীৰ মাত শুনি ফিৰি চাই একো দেখা নাপাই আকৌ খোজ দিবি আৰু দুখোজমান গলেই মই আকৌ বাঁহী বজাম, তই তেতিয়া থিতাতে থিয় হৈ গলটো বেঁকাকৈ বাঁহীৰ মাত ক'ৰপৰা আহিছে শুনিবৰ চেষ্টা কৰিবি। মই বাঁহীত ফুঁ দিম, এইবাৰ তই মই থকা ফালে চাই মোক দেখা পাই মিচিকিয়া হাঁহি মাৰিবি। আকৌ তই লাহে লাহে বেৰাৰ ওচৰলৈ গৈ কলহটো মাটিত থৈ এখামোচ মাটি লৈ কলহটো খুব ঘঁহি একাঠু পানীত নমাৰ দৰে এহাতেদি কাপোৰখন ধৰি আন হাতেদি কলহটো ধৰি পানীত ভালকৈ জুবুৰিয়াই ধুই কলহটোৰ তলাখনেদি পানীত ঢৌ তুলি কলহটোত পাঁচ বাৰমান পানী ভৰাবি, আকৌ পেলাবি আৰু মাজে মাজে মোৰ ফালে পিচ ফিৰি চাবি, মইও বাঁহী বজাই থাকিম। শেহত পানী একলহ লৈ এখোজ-দুখোজকৈ তলমূৰকৈ হাঁহি মোৰ ফাললৈ আগ বাঢ়ি আহিবি। অলপমান আহিয়ে কলহটো মূৰৰপৰা মাটিত পেলাই দিবি—যেন হঠাতে হাত পিচলি মাটিত পৰি গল। কলহটো



পৰাৰ লগে লগে তয়ো আমন্-জিমনকৈ মাটিত বহি পৰিবি। মই কলহটো পৰি যোৱা দেখি হাত চাপৰি দি খুব হাঁহিম, তই মোৰ ফালে চকু ঘোপা কৰি চাবি। এই নাচটোৰ নাম 'কলচী নৃত্য' দিছো, তই দেখুৱাব পাৰিবি?"

মেনকা—তুমি এবাৰ দেখুৱালে পাৰিম।

অজুই এবাৰ দেখুৱাত মেনকাই পিন্ধি থকা ফ্ৰক চোলাটোৰ ওপৰত এখন গামোচা ৰিহাৰ দৰে মেৰাই এটা আঁচল মূৰত দি অজুই দেখুৱামতে 'কলচী নৃত্য' দেখুৱালে।

(৬ বছৰ পিচত)

অজুই প্ৰবেশিকা পৰীক্ষা পাচ কৰি এতিয়া কলিকতাত পঢ়ে, পূজাৰ বন্ধত ঘৰলৈ আহিছে। পুৱা চাৰে আঠমান বাজিছে; অজুই পঢ়ি আছে। মেনকাই বসন্ত বাহিৰলৈ ওলাই যোৱা দেখা পাই অজুৰ ওচৰলৈ আহি তাৰ কান্ধত হাত দি কলে—"ইমান দিনৰ মূৰত ঘৰলৈ আহিছা, ক'ত মোক কলিকতাৰ গল্প কবা, কেৱল পঢ়া আৰু পঢ়া। তোমাৰ বন্ধু নৰেনৰ মুখে শুনিছোঁ কলিকতাত থাকোতে বোলে দিনে ৰাতিয়ে পঢ়িয়ে থাকা। বন্ধত ঘৰলৈ আহিছা, কেইদিনমান জিৰোৱাছোঁন।"

অজু—অলপ ৰহছোঁন, গোটেই দিনটো গল্প কৰিবৰ নিমিত্তে পৰি আছে।

—কলিকতাত থাকিয়ে দেখোন পঢ়ি থাকিব পাৰিলা হয়, ঘৰলৈ নাহিলেই হ'ল হয়।

—ৰহ, এইখিনি শেষ কৰি যাওঁ।

মেনকাই অজুৰ হাতত ধৰি কলে—"নহয়, এতিয়াই উঠা।"

—মুঠো যা, কি কৰিবি?

মেনকাই "বাৰু ৰবা" বুলি কৈ খোপাতো মাজ মূৰত বান্ধি

বিহাৰ আঁচলটো কঁকালত বান্ধি ভিতৰৰপৰা এটা ডম্বৰু আনি বজাই নাচিবলৈ ধৰিলে আৰু লগে লগে গাব ধৰিলে—

"হুম্, হুন্, হুম্
গুৰু গুৰু গুৰু
তাথৈ তাথৈ ৰবে
নাচে তালে তালে।"

নাচৰ লগে লগে অজুৰ কিতাপ বহি, বিছনাৰ কাপোৰ সকলো দলিয়াই মজিয়াত পেলাব ধৰিলে।

অজুই "হে, কি কৰ, কি কৰ" বুলি মেনকাক ধৰিব যাওঁতে মেনকাই 'হিঃ, হিঃ' কৈ হাঁহি লৰি পলাব ধৰোতে তাইৰ বিহাৰ আচলটো অজুৰ হাতত লাগি, মেনকাৰ বুকৰ পৰা কাপোৰখন খহি পৰিল। মেনকাইও লৰ মাৰিলে আৰু অজুইও তলমূৰ কৰি থাকিল, কিন্তু দুয়োৰো অন্তৰত এখন ৰামধেনু দেখা দিলে।

পুৱাৰ ঘটনাটোৱে অজু আৰু মেনকাৰ মাজত এখন সঙ্কোচৰ আঁৰ কাপোৰ টানি দিলে। দুপৰীয়া ভাত খাবলৈ মাতিব গৈ আগৰ দৰে হাতত ধৰি অজুক টানি আনিব নোৱাৰিলে, অথচ কালি পৰ্য্যন্ত অজুৰ হাতত ধৰি টানি আনি ভাতৰ পাতত বহুৱাইছে। আজি অজুৰ কোঠালীৰ দুৱাৰদলিত থিয় দি অইন ফালে চাই কলে—"ককাইদেউ, ভাত খাব আহ।"

অজুই "বাৰু" বুলি কৈ ভিতৰলৈ গৈ ভাতৰ পাতত বহি এগৰাহমান ভাত খাই উঠি আহিল।

বসন্তই অজুক ভাতৰ পাতৰপৰা উঠা দেখি কলে—"হেৰ অজু, তই দেখোন ভাতৰ পাতত বহিলি আৰু উঠিলি। গা ভাল নহয় নেকি?"

—গা অসুখ কৰা নাই, মোৰ ভোক নাই।

মেনকা—তাতা, ককাইদেউয়ে কালিও মুঠেই ভাত খাব পৰা



নাই। মই ভাবিছিলো যে বেলত ভালকৈ টোপনি নাপাই অৰুচি হৈছে।

বসন্ত—অঁ, বৰ খীণাইছেও দেখোন। নন্দক কছোন ডাক্তৰ শৰ্ম্মাক মাতি আনক।

অলপ পিচত ডাক্তৰ শৰ্ম্মা আহি বাৰাণ্ডাত থিয়দি মাত লগালে —"চৌধুৰী আছেনে?"

—হয় আছো, আহক।

—কাৰ অসুখ হল?

—অজুক চাওঁকছোন, বৰ খীণাইছে দেখোন আৰু অৰুচি হৈছে।

শৰ্ম্মাই বহুত পৰ ধৰি অজুক পৰীক্ষা কৰি চাই কলে—"বিশেষ একো হোৱা নাই। পুষ্টিকৰ বস্তু খাব আৰু খোলা ঠাইত ফুৰিব দিব।"

—সি ফুৰিব যোৱা দূৰৰ কথা, কিতাপৰ পৰাই মূৰ নাডাঙে।

—সেইটো ঠিক নহয়, এতিয়া পঢ়া একেবাৰে বন্ধ।

অজু—মোৰ পৰীক্ষা যে নিচেই ওচৰ চাপিছে, নপঢ়িলে কেনেকৈ পাচ কৰিম?

শৰ্ম্মা—আগতে স্বাস্থ্য ভাল কৰি লোৱা। যদি এপষৰ ভিতৰত স্বাস্থ্যৰ উন্নতি দেখুৱাব পাৰা তেনেহলে পঢ়িবৰ অনুমতি দিম। নহলে এই বছৰ পঢ়া ক্ষতি কৰিব লাগিব। চৌধুৰী, মোৰ লগত অলপ আহকছোন।

বাটলৈ ওলাই আহি শৰ্ম্মাই বসন্তক কলে—"চৌধুৰী, মই আপোনাক বৰ বেয়া খবৰ দিব লগীয়াত পৰিলো। অজুৰ লক্ষণটো মই ভাল দেখা নাই। বোধকৰো তাৰ ৰাতি ৰাতি জ্বৰ উঠে, হৃদযন্ত্ৰও বৰ দুৰ্ব্বল। যিকোনো সময়তে বেয়াৰ ফালে ঢাল খাব পাৰে।"

—কি বেয়াৰ ফালে?

শৰ্ম্মাই গম্ভীৰ হৈ কলে—"টি, বি।"

বসন্তই কপালৰ শিৰ কোঁচাই আচৰিত হৈ কলে—"টি, বি, ! যি ভয় কৰিছিলো সেয়ে হল।"

—কি ভয় কৰিছিল।

—অজুৰ বাপেক সেই ৰোগতে ঢুকায়।

—আপুনি অতি শীঘ্ৰে তাক কলিকতালৈ নি ডাক্তৰ ক্ৰিলক দেখুৱাওক, তেওঁ এই ৰোগৰ বিশেষজ্ঞ।

বসন্তই অজুক কলিকতালৈ আনি এটা ভেৰোণীয়া ঘৰত ৰাখি ডাক্তৰ ক্ৰিলৰ চিকিৎসাধীনত ৰাখিলে। অজুৰ অৱস্থা দিনক দিনে বেয়াৰ ফালেহে আহিছে। ডাক্তৰে কৈছে, চুইজাৰলেণ্ডত এজন ইহুদি ডাক্তৰে নতুন পদ্ধতিৰে চিকিৎসা কৰি বহুত মানুহ ভাল কৰিছে; সেই গতিকে পাৰিলে অজুক তালৈকে নিবলৈ উপদেশ দিলে। বসন্তৰো ধনৰ পুঁজি দিনক দিনে কমি আহিবলৈ ধৰিলে, শেষত উপায় নাপাই আৰু মেনকাৰ সহস্ৰ অনুৰোধত তাইৰ বাপেকে থৈ যোৱা টকাতো হাত পৰিল। চুইজাৰলেণ্ডলৈ লৈ যোৱাৰ কথা দূৰতে থাওক, কলিকতাতে ৰখা কঠিন হৈ পৰিল। ধনৰ গাঠি যেতিয়া শেষ হবৰ হ'ল তেতিয়া বসন্তই ইমান অসুবিধা স্বত্বেও ৰাজকুমাৰ এজনক এবেলা গান শিকাবৰ নিমিত্তে বন্দবস্ত কৰিলে।

* * * *

কালিৰ পৰা অজুৰ অৱস্থা বৰ বেয়া। পূব আকাশত ঢল ফাটি আকাশ ফৰকাল হৈ উঠিছে। ধ্ৰুৱতৰাটো ৰত্ ৰত্কৈ জ্বলি আছে। অজুই মুখটো দাঙি খোলা খিড়িকীয়েদি বাহিৰৰ ফালে একদৃষ্টে চাই আছে। অলপ দূৰত এখন আৰামী চকীত বসন্ত শুই আছে, বিছনাৰ কাষতে মূঢ়া এটাত বহি অজুৰ বিছনাত মূৰটো দি মেনকাই শুই আছে। ম'হ এটাৰ কামোৰত সাৰ পাই বসন্তই চকু মেলি অজুই মূৰ দাঙি চাই থকা দেখা পাই ধৰ্মৰ্কৈ উঠি আহি অজুক শুৱাইদি কলে—"তই মূৰ নাডাঙিবি, কষ্ট পাবি, শুই থাক।"



—মোমাইদেউ, আজি পুৱাতে এনে ভাল লাগিছে! ছুটা গাৰু মোৰ মূৰৰ তলত দিয়কছোঁন, বাহিৰলৈ চাওঁ।

অজুৰ মাতত সাৰ পাই মেনকাই কলে—"ককাইদেউ, কথা নকবা, শুই থাকা।"

—মেনু আজি মোক হাক নিদিবি, কিজানি আৰু পুৱা দেখা নাপাৰেঁই।

—তেনেকৈ কিয় কোৱা ককাইদেউ, তুমি সোনকালে ভাল হৈ উঠিবা।"

অজুই মেনকাৰ মূৰত পিহি দি কলে—"ভনীটি, তই মোক ইমান শুশ্ৰূষা কৰিলি—মই কিন্তু তোক একো দিব নোৱাৰিলো। বোধহয় চকুলোহে উপহাৰ দিম।"

বসন্ত—বাপা, কথা নকবি, শুই থাকা।

—আৰু কিজানি কথা কবৰ সময় নাপাম, আপোনাকো অশেষ কষ্ট দিলো"—আৰু বোধহয় কিবা কব খুজিছিল, জোৰেৰে নিঃশ্বাস পৰাত কব নোৱাৰিলে।

বসন্তই ততাতৈয়াকৈ এপালি ঔষধ খুৱাই ডাক্তৰ মাতিব পঠালে। অজুৰ নিঃশ্বাস চুটিহৈ আহিল। বতাহত চাকি নুমাওঁ নুমাওঁ হোৱাৰ দৰে অজুৰ নাড়ীৰ স্পন্দন টিমিক্-টামাক কৰিবলৈ ধৰিলে। এবাৰ ধপ্ কৰে বন্তি নুমাল।

* * * *

## কলিকতাত—এমাহ পিচত

অজুৰ শোকত বসন্তৰ হিয়া ভাঙি চূৰমাৰ হল, কিন্তু মেনুক সান্ত্বনা দিবৰ নিমিত্তে বসন্তই অন্তৰৰ জুই অন্তৰতে ঢাকি ৰাখিলে। কোনো উপায়ে মেনুক সান্ত্বনা দিব নোৱাৰি নিজঞ্জাল ঠাইৰপৰা জনকোলাহল-পূৰ্ণ ঠাইত এটা ঘৰ ভাৰা কৰিলে। যদিও বাহিৰত গাড়ী ঘোৰা আদিৰ কোলাহল তথাপি বসন্ত থকা ঘৰটো একেবাৰে নিতাল—

"কাঁহ পৰি যায় জীন
গভীৰ গহীন
কিযে এটি বাজি আছে
নিৰাশাৰ বীণ।"

এটা কোণাত এখন আৰামী চকীত বহি বসন্তই বাতৰি কাকত পঢ়ি আছে আৰু আন একোণাত মেন্নুই এখন চোফাত দীঘলদি পৰি দুই হাতৰ তলুৱাত থুতুৰিটো সুমুৱাই বেৰত আঁৰি থোৱা অজুৰ ফটোখনৰ ফালে একদৃষ্টে চাই আছে। অলপ পিচত কোঠাটোৰ নিস্তব্ধতা ভাঙি মেন্নুই মাত লগালে—"তাতা!"

বসন্তই বাতৰি কাকতৰপৰা মূৰটো ডাঙি চছমাযোৰ অলপ নাকৰ তললৈ নমাই কলে—"কি, আই!"

—আমাৰ দেশত এনে ৰোগৰ ভাল চিকিৎসা নহয় নেকি?

—এক ৰকম নহয় বুলিলেই হয়।

—বাৰু এনে ৰোগৰ এখন চিকিৎসালয় খুলিবৰ নিমিত্তে কিমান টকা লাগে?

—অন্ততঃপক্ষে তিনিচাৰি লাখ টকাতো লাগিবই। সিমান টকা আমাৰ সপোনৰ অগোচৰ।

আকৌ কোঠালীটো নিস্তব্ধ হ'ল। প্ৰায় আধাঘণ্টামান পিচত মেন্নুই কলে—"তাতা! 'এভেলী' নাট্য-মন্দিৰত আজি উৰ্ব্বশী নামেৰে মাদ্ৰাজৰ সম্ভ্ৰান্ত পৰিয়ালৰ ছোৱালী এজনীয়ে বোলে নাচ দেখুৱাব। ভাৰতীয় নৃত্যকলা শিক্ষা দিয়াৰ নিমিত্তে এখন স্কুল খুলিবৰ নিমিত্তে বোলে এনেকৈ দেশে বিদেশে নাচ দেখুৱাই বৰঙণি তুলিছে। চাব যাব নেকি?"

বসন্তই বাতৰি কাকতৰপৰা মূৰটো দাঙি তৰ্জ্জনী আঙুলিটো বেঁকা কৰি মুখত দি অলপ কিবা ভাবিলে, তাৰ পিচত কলে—"বাৰু যাম দে।"

* * * *



'এভেলী' নাট্য-মন্দিৰ লোকে লোকাৰণ্য। বিৰ দিও বাট পাবলৈ টান। দুঘণ্টামান আগেয়ে সকলো টিকট বিক্ৰি হৈ গৈছে। আগেয়ে আসন ৰিজাৰ্ভ কৰি থোৱাৰ নিমিত্তে বসন্ত আৰু মেন্নুৰ কোনো অসুবিধা নহল। উৰ্ব্বশীৰ নাচৰ বিশেষত্ব আছিল, নাচৰ লগে লগে কোনো বাদ্য বজোৱা নহয়; কেবল আঁৰ কাপোৰৰ ভিতৰৰ পৰা বেহেলাৰ বা পিয়ানোৰ সুৰ এটা ভাহি আছে। অঙ্গি-ভঙ্গি দি প্ৰত্যেক নাচ এনেভাবে দেখুৱায় যেন এটা সাধুকথাহে কৈছে!

উৰ্ব্বশীয়ে দুটা কি তিনিটা নাচ দেখুৱালে; তাৰ ভিতৰত আটাইতকৈ উৎকৃষ্ট হৈছে ময়ুৰ নাচ। ম'ৰা চৰাইৰ দৰে চিত্ৰ-বিচিত্ৰ ৰঙৰ কাপোৰ পিন্ধি, মেঘ দেখি আনন্দতে পেখম ধৰি নচাৰ দৰে উৰ্ব্বশীয়ে নাচিলে। তাৰ পিচত আকাশ ফৰকাল হোৱা দেখি ম'ৰা চৰাইয়ে বেজাৰ কৰি ডোকাৰ মাজত মূৰ সুমুৱাৰ দৰে উৰ্ব্বশীয়ে কাষলতিৰ তলত মুখখন লুকালে।

ৰাতি নাচ চাই আহি মেন্নুই বাৰান্দাত চকী এখনত বহি গুণগুণকৈ কিবা গাই আছে, এনেতে ভৰি-হাত ধুই আহি বসন্তই মেন্নুক গান গাই থাকা দেখি মাতিলে—"মেন্নু!"

—কি তাতা!

—নাচ কেনে লাগিল?

—সঁচাকৈ বৰ ভাল লাগিল, বিশেষকৈ 'ময়ুৰ নাচ'। এনেকুৱা নাচ শিকিবৰ সুবিধা নাই নেকি?

—কিয় নহব? উৰ্ব্বশীয়ে কেইজনীমান ছোৱালীক শিক্ষা দিছে নহয়। তোৰ শিকিবৰ মন যায় নেকি?

—পাৰিলে শিকিলো হয়।

—বাৰু কালিলৈ যাম, ব'ল।

—আপুনি জানো ঠিকনা জানে?

—অঁ নেশ্বনাল হোটেলত থাকে নহয়।

পিছদিনা মেনুই গৈ উৰ্ব্বশীৰ লগত দেখা কৰিলে। উৰ্ব্বশীয়ে মেনুৰ নাচ-গানৰ অভিজ্ঞতা আছে নে সুধিলে। মেনুই কলে—"অভিজ্ঞতা একোৱেই নাই, কেৱল স্কুলত থাকোতে মাজে মাজে নাচ দেখুৱাইছিলো। এবাৰ 'ৰাধিকা-নৃত্য' নাম দি এটা নাচ স্কুলত দেখুৱাইছিলো।"

উৰ্ব্বশী—বাৰু এতিয়া দেখুৱাব পাৰিবানে?

মেনুই অলপ পৰ তলকা মাৰি কলে—"অঁ, পাৰিম।"

—বাৰু তেনে দেখুৱা।

মেনুই উৰ্ব্বশীৰ ড্ৰয়িং ৰুমতে 'ৰাধিকা-নৃত্য' দেখুৱালে। নাচৰ বিষয়টো আছিল,—বসন্তকাল, সকলো গছ-লতা ফুলেৰে ভৰি পৰিছে। বসন্তৰ উত্ৰাৱল বতাহত ফুলবোৰ ইটোৰ গাত সিটোৱে হালি পৰিছে; তাৰ মাজতে চপলা ৰাধিকাই আহি মৰমতে ফুলবোৰ আলফুলকৈ আঁকোৱালি ধৰিছে। একোবাৰ এথোপা ফুল লাহেকৈ ধৰি চুমা খায়। এনেতে দূৰৈত বাঁহীৰ মাত শুনি ৰাধিকাই কাণ থিয় কৰি শুনে কোন ফালৰপৰা বাঁহীৰ মাত আহিছে। অলপ পিচত ৰাধিকাই বাঁহীৰ সুৰৰ ছেৱে ছেৱে লেহুকা শৰীৰটো বতাহত ফুল লৰাৰ দৰে নাচিব ধৰিলে। ভাগৰ লাগি বাঁহীৰ শব্দ যি ফালৰ পৰা আহিছে সেই ফালে কাণ অনাই মাটিত পৰি থাকিল।

মেনুৰ নাচ উৰ্ব্বশীয়ে ইমান তন্ময় হৈ চাই আছিল যে যেতিয়া মেনু আটি পৰি গ'ল তেতিয়া ভৰি পিচলি পৰি যোৱা বুলি মেনুক ধৰিবৰ নিমিত্তে চকীৰ পৰা উঠি আগবাঢ়ি গ'ল।

উৰ্ব্বশীয়ে মেনুক নাচ শিকাবলৈ সন্মত হ'ল আৰু বসন্তকে তেওঁলোকৰ দলত গানৰ মাষ্টৰ কৰি ৰাখিলে।

উৰ্ব্বশীৰ লগত প্ৰায় ছয় মাহমান থাকি মেনুই আহি নিজে এটা দল খুলিলে। এবছৰমান গোটেই ভাৰতবৰ্ষ ঘূৰি শেহত কলিকতাত এমাহমান নাচ দেখুৱালে। মেনুৰ নাচবোৰৰ ভিতৰত



'সমুদ্ৰ-নৃত্য', 'আহুতি-নৃত্য', 'নাৰীৰ জন্ম' আৰু 'ৰুদ্ৰ-নৃত্য'ই সৰ্ব্বোৎকৃষ্ট আছিল। নাচবোৰৰ বিষয় আছিল—

সমুদ্ৰ-নৃত্য—মেনুই তাইৰ নীলা বৰণীয়া দীঘল ৰিহাখনৰ আঁচলটো মঞ্চৰ ওপৰত পেলাইদি একোণাত থিয়দি আছে। গোটেই মঞ্চখন নীলা বৰণীয়া কাপোৰেৰে আৱৰি থৈছে; তাৰ ওপৰত মেনুৰ ৰিহাখনৰ আঁচলটো পৰাই মনত হয় যেন ৰিহাৰ আঁচলটোৱেই মঞ্চখন আৱৰি পেলাইছে! লাহে লাহে পৰ্দ্দাৰ একোণাত সূৰ্য্যোদয় হ'ল, যেন সাগৰৰ নীলা পানী ফাটিহে বেলি ওলাল। লাহে লাহে মেনুইও নাচিব ধৰিলে। নাচৰ ছেৱে ছেৱে দেখুৱালে কেনেকৈ পুৱা ৰ'দৰ ৰশ্মি পৰি সাগৰৰ পানীবোৰ আনন্দতে জিল্‌মিল্ কৰি উঠে, তাৰ পিচত পানীবোৰ ৰ'দ উঠাৰ লগে লগে ক'লা হৈ উঠে—যেন খঙতে গম্ভীৰ হৈছে। আবেলি বেলিৰ শেষ ৰশ্মি পৰি পানীবোৰ আনন্দতে উত্ৰাৱল হৈ জিল্‌মিলাই উঠিল। এনেতে এডোখৰ ক'লা মেঘে দেখা দিয়াত সমুদ্ৰ আকৌ গম্ভীৰ হ'ল। চকাও ডুবিল, লগে লগে বতাহ, বৰষুণ ঢেৰেকণি, যেন—

"স্বৰ্গে মৰ্ত্তে পাতালে উঠিছে ৰোল
প্ৰলয় ডঙ্কা বাজিছে সঘনে দে দোল দোল।"

সাগৰত ধুমুহা উঠিল কত জাহাজ ডুবিল, মানুহ মৰিল তাৰ সীমা সংখ্যা নাই। লাহে লাহে ধুমুহা কমি আহিল আৰু সাগৰৰ পানীও শান্ত হল। এনেতে আকাশত মেঘৰ মাজেদি এফাল জোনে দেখা দিলেহি। জোন ওলোৱা দেখি সাগৰৰ পানীবোৰ আকৌ আনন্দতে নাচি উঠিল যেন আঁজলী ছোৱালীহে অথচ অলপ আগতে ৰুদ্ৰমূৰ্ত্তি ধৰি কত প্ৰাণী বিনাশ কৰিলে।

আহুতি নৃত্য—মঞ্চৰ একাষত এখন মহাদেৱৰ ডাণ্ডৱ ছবি। মেনুই নাচৰ ভঙিমাত দেখুৱালে, মহাদেৱৰ চৰণত ৰূপ, যৌবন সকলো অৰ্পণ কৰিলে তাতো মহাদেৱ সন্তুষ্ট নোহোৱা দেখি বুকু-

ফালি একাঁজলি তেজ উলিয়াই মহাদেৱৰ ভৰিখন ৰঙা কৰি দি মূৰ্চ্ছা যোৱাৰ দৰে মেনু তাতে পৰি গল।

নাৰীৰ জন্ম—মঞ্চখন এটা পদুম ফুলেৰে উপচি থকা সৰোবৰৰ দৰে সজোৱা হৈছে। মাজতে এটা প্ৰকাণ্ড পদুম ফুলৰ ওপৰত মেনু শুই আছে। আঁৰ কাপোৰৰ ভিতৰৰ পৰা এটা বেহেলাৰ ক্ষীণ সুৰ ভাঁহি আহে, মেনুই লাহেকৈ চকু মেলিলে। চকু মোহাৰি উঠি বহি নিজৰ বাহু দুখন পিহি চাই খুব কোমল আৰু মিহি পাই আচৰিত হৈ নিজৰ গালত হাত দি আৰু আচৰিত হল। এনেকৈ নিজৰ প্ৰত্যেক অঙ্গ পিহি চাই খুব মিহি আৰু কোমল পাই কিবা যেন ভাবে, একোবাৰ চকুখাই নিজৰ বুকুখন দুই হতেদি চেপি ধৰে, একোবাৰ পদুম ফুল এটাক সাৱট মাৰি ধৰি চুমা খায়। নাচি নাচি শেহত এঙামুৰি দি ওপৰলৈ হাত দুখন কৰি চকু মুদি এক অদৃশ্য শক্তিৰ ওচৰত অন্তৰৰ ব্যাকুলতা জনালে।

ৰুদ্ৰনৃত্য—বসন্তকাল। গছ লতা ফুলেৰে উপচি পৰিছে। গছৰ ডালত নানান চৰাইয়ে সুহুৰিয়াইছে আৰু গছৰ তলত কেইটামান সৰু সৰু লৰা ছোৱালীয়ে হাঁহি খিকিন্দালি কৰি ফুল বুটলিছে। এনেতে মেনুই সংহাৰক ৰুদ্ৰৰ ভাওত হাতত ডম্বৰুলৈ খঙতে জ্বলি উঠি চকু স্থিৰ কৰি নাচিব ধৰিলে। ৰুদ্ৰমূৰ্ত্তি দেখি লৰা ছোৱালী কেইটা ভয়তে লৰি পলাল আৰু চৰাইৰ সুহুৰিও বন্ধ হ'ল। নাচৰ লগে লগে আঁৰ কাপোৰৰ ভিতৰৰ পৰা এনে শব্দ কৰিলে যেন ধুমহা বতাহ, বৰষুণ আৰু ঢেৰেকনি মাৰিছে, ভুইকঁপ হোৱাৰ দৰে মঞ্চখন কঁপিব ধৰিলে, যেন সঁচাসচিকৈ মহা প্ৰলয় হব। এনেতে ইঠাতে বজ্ৰপাত হোৱাৰ দৰে শব্দ হৈ গোটেই চাকিবোৰ নুমাই গল। আকৌ আধা মিনিটমান পিচত গোটেই চাকিবোৰ জ্বলি উঠিল কিন্তু মঞ্চৰ ওপৰত গছ লতাৰ একো চিন চাব নাই কেৱল পানীৰে থৈ থৈ কৰিছে আৰু দূৰৈত বৰফ মণ্ডিত পৰ্ব্বতৰ কাষত মহাদেৱ ধ্যানত মগ্ন।



কলিকতাত নাচ দেখুৱাই থাকোতে এটা ফিল্ম কোম্পানীয়ে মেনুক তেওঁলোকৰ কোম্পানীত যোগ দিবলৈ খুব অনুৰোধ কৰিলে। ১৯০৮ চন। কলিকতাত তেতিয়া প্ৰথম ভাৰতীয় ছবি তোলা আৰম্ভ হৈছে। মেনুই তেওঁলোকৰপৰা হাত সাৰিবৰ নিমিত্তে খুব অসম্ভৱ ৰকমৰ টকাৰ দাবী কৰিলে। সেইসময়ত বায়োস্কোপৰ নিমিত্তে ভাৰতীয় তিৰোতা মানুহ পোৱা নগৈছিল, তাতে আকৌ মেনু শিক্ষিত আৰু নাচ-গানৰ অভিজ্ঞতাও আছে, সেই দেখি মেনুৰ অসম্ভৱ দাবীতে তেওঁলোক সম্মত হ'ল।

ছবিখনৰ নাম আছিল 'ৰূপৰ মোহ'। কাহিনীটো আছিল—এদল ইৰাণীয়ে চাহাৰা মৰুভূমিৰ মাজত ওৱেচিচ এটাত তাঁবু তৰি আছিল। সেই ফালেদি প্ৰায়েই ফৰাচী সৈন্য অহা-যোৱা কৰে। ইৰাণী দলটোত এজনী বৰ ধুনীয়া গাভৰু ছোৱালী আছিল। তাই নাচি গাই সেই ফালেদি যোৱা সৈন্যবোৰৰপৰা পইছা আৰ্জ্জে। এই ছোৱালীজনীৰ নাম জামিলা। মূৰত ৰঙিন পাটৰ ৰুমাল বান্ধি, দীঘল বেণী ওলোমাই, কাণত খুব ডাঙৰ দুডাল ডলুৱা, গাত মকৰাৰ জালৰ দৰে এখন চাদৰ আৰু লহঙা পিন্ধি খঞ্জৰী বজাই জামিলাই নাচে। এদিন দুজন ফৰাচী কৰ্ম্মচাৰীয়ে জামিলাৰ নাচ-গান চাই আছিল, তাৰে এজনে নাচ-গানত মোহিত হৈ জামিলাক থাপ মাৰি ধৰি তাইৰ হাতত চুমা খালে। ইয়াতে ইৰাণীবোৰ খঙতে জ্বলি উঠিল আৰু ফৰাচী কৰ্ম্মচাৰী দুজনক হত্যা কৰি বালিত পুতি থলে। চাহাব দুজনৰ বহুত দিন খবৰ নাপাই ফৰাচী সৈন্যই ইৰাণী দলটোকে সন্দেহ কৰি গোটেইবোৰকে বান্ধি লৈ গ'ল। দলটোক আটক কৰি ৰখাৰ সময়ত 'জন্' নামেৰে ডেকা কৰ্ম্মচাৰী এজনে জামিলাৰ প্ৰতি আকৃষ্ট হয় আৰু তাইও আকৃষ্ট হয়। পিচত এদিন ছেগ বুজি দুয়ো পলাই যায়। কেইবাদিনো নানান দুখ-দুৰ্গতিৰ মাজেদি গৈ শেহত বন্দৰ পাই জাহাজত উঠি দুয়ো ইওৰোপ বুলি যাত্ৰা কৰিলে। চাহাৰা মৰুভূমিৰ কেউ-

কাষে ফৰাচী উপনিবেশ থকাই সৈন্য বিভাগৰ মানুহবোৰ আৰবী ভাষা জানে, সেই গতিকে জামিলাৰ লগত 'জনে' কথাবাৰ্ত্তা পতাত একো অসুবিধা পোৱা নাছিল।

কেইদিনমান যোৱাৰ পিচত ধুমুহাত সাগৰত জাহাজখন ডুবে। 'জন'ৰ দূৰদৰ্শিতাৰ নিমিত্তে জামিলা আৰু জনে জাহাজখন ডুবাৰ আগতে দুয়ো 'বয়' ( Buoy ) লৈ পানীত জপিয়াই পৰে। প্ৰায় চৈধ্য ঘণ্টামান পানীত ওপঙি থকাৰ পিচত বতাহে থেলি নি দুয়োকে এটা অকণমান নিৰ্জ্জন দ্বীপত লগাই দিলে। সৰু দ্বীপটোত এটা পঁজা বান্ধি গছৰ ফলমূল খাই লাহে লাহে সিহঁতৰ দিন যায়। এদিন দুপৰীয়া দুয়ো এডাল গছৰ গুৰিত বহি কথা পাতি আছে, এনেতে জামিলাৰ গলত থকা তাবিজটোত চকু পৰি জনে কলে—"সেইটো কি?"

জামিলা—এইটো তাবিজ।

—কিয় পিন্ধিছা, পিন্ধিলে কি হয়?

—বিপদৰপৰা ৰক্ষা পৰে।

—তাৰ ভিতৰত নো কি আছে?

—এখন কাগজত মন্ত্ৰ লেখা আছে।

—কি লেখা আছে খুলি চাওঁ দিয়া।

—ইস্ নাপায়, এইটো খুলিলে বৰ বিপদ হব।

—হয় দিয়া; আমাৰ বিপদৰ আৰু বাকী কিনো আছে? চাওঁ দিয়া।

জামিলাই বৰ অনিচ্ছাৰে তাবিজটো গলৰপৰা সোলোকাই দিলে। তাবিজটো খুলি চায় যে তাৰ ভিতৰত কাগজ এখনত আৰবীতে লেখা আছে—

"এই তাবিজটো যাৰ গলত আছে তেওঁ কেপ্তেন কোপেৰ জীয়েক আনা কোপে। ইৰাণীবোৰে এবাৰ ডকাইতি কৰাত ফৰাচী এদল সৈন্য আহি আমাৰ ওপৰত গুলী চলায়। তাৰ ফলত



আমাৰ বহুত মানুহ মৰে কিন্তু আটাইতকৈ বৰ শোক লগা হৈছিল, এটা গুলী আহি মোৰ চাৰি বছৰীয়া ছোৱালী জামিলাৰ গাত লাগি তাই ঢুকায়। মই ইয়াৰ প্ৰতিশোধ লবৰ মনেৰে কেপ্তেন কোপেৰ তিনি বছৰীয়া ছোৱালীজনী চুৰি কৰি আনো। মোৰ পৰিবাৰে তাইক পাই জামিলাৰ অভাৱ পূৰণ কৰে। মই মৃত্যু-শয্যাত ঈশ্বৰৰ নামত শপত খাই কৈছো ওপৰত লেখা কথা সম্পূৰ্ণ সঁচা।"

কাগজখন পঢ়ি অঁতাই জনে বহুত পৰ জামিলাৰ মুখৰফালে এক দৃষ্টে চাই থকা দেখি তাই জনৰ পিঠিত এটা ঢকা মাৰি কলে—"মুখ মেলি মোৰ ফালে কি চাইছা?"

"কি চাইছো, শুনা। তোমাৰ দেউতাৰ কেপ্তেন কোপে আৰু মোৰ পিতা মেজৰ মোৰাণ্ড দুয়ো সৈন্য বিভাগত কাম কৰিছিল। মোৰ পিতা আছিল ডাক্তৰ। মোৰ তেতিয়া আঠ বছৰ বয়স, তোমাৰ তিনি বছৰ। তোমাক ইৰাণীবোৰে চুৰি কৰি নিয়াত তোমাৰ মাৰৰ মূৰৰ দোষ হোৱাত দেউতাৰে কামৰপৰা অৱসৰ লৈ চুইজাৰলেণ্ডত বাস কৰেগৈ। তাৰ কেই বছৰমান পিচত পিতাইও কামৰপৰা অৱসৰ লৈ তোমালোকৰ ওচৰত থাকেগৈ। এতিয়াও তেওঁলোক তাতে আছে। তোমাৰ পিঠিত এটা ডাঙৰ কটা দাগ আছে। সেই সময়ত সৈন্য দলটোত তুমি আৰু মোত বাদে অইন কোনো ল'ৰা-ছোৱালী নথকাই সৈন্যবোৰে আমাক দুয়োকে বৰ মৰম কৰিছিল আৰু 'দৰা কইনা' বুলি জোকাইছিল। এতিয়াও তুমি মোৰ কইনা হবলৈ সন্মত আছানে?"

জামিলাই জনৰ পিঠিত এটা ঢকা মাৰি কলে—"এতিয়াও সন্মতি লোৱাতে আছেনেকি?"

* * *

ইয়াৰ কেইদিনমান পিচত সেই ফালেদি যোৱা জাহাজ এখন পাই দুয়ো চুইজাৰলেণ্ডলৈ গুচি যায়।

'ৰূপৰ মোহ' ছবিখনে সকলো ঠাইতে খুব সমাদৰ পোৱাই কোম্পানীটোই মেনুক তেওঁলোকৰ লগত থাকিবলৈ বৰ অনুৰোধ কৰিলে, কিন্তু তাই সেই অনুৰোধ উপেক্ষা কৰি শ্বিলঙলৈ ঘূৰি আহিল।

নাচত ইমান মগ্ন থকাই একোদিনা বসন্তই ভাবে—মেনুৰ বোধহয় শোকৰ মাত্রা পাতলিছে। ভাল ল'ৰা এটা পালে বিয়া দিব পাৰিলে ভাল হয়। কিন্তু এদিন গধূলি বসন্তই ফুৰি আহি দেখে যে মেনুই আৱামী চকী এখনত বহি দুই হাতৰ মাজত অজুৰ ফটো এখন লৈ চল্‌চলীয়া চকুৰে ফটোখনক সুধিছে—

"অজু, মই কেনেকৈ আৰু নিজকে নিজে ইমান ফাঁকি দি থাকিম, মোৰ অন্তৰখন যে পুৰি দেই গৈছে!"

বসন্তই সেই দৃশ্য দেখি এটা দীঘল হুমুনিয়াহ কাঢ়ি বাহিৰলৈ ওলাই গ'ল।

মেনুই ইমান দিনে নাচ দেখুৱাই বহুত টকা আৰ্জিলে আৰু বহুত ৰজা মহাৰজায়ো টি. বি. আস্পতাল খুলিব বুলি শুনি বহুত সহায় কৰিলে। সেই টকাৰে শ্বিলং চহৰৰ বাহিৰত ননক্ৰাম্ নামেৰে ঠাইত বহুত টকা খৰচ কৰি টি. বি. আস্পতাল খুলিলে। আস্পতালৰ দ্বাৰ উদ্ঘাটন উৎসৱৰ দিনা চহৰৰ বহুত গণ্যমান্য ভদ্রলোক, বিদেশৰপৰা হাৱা-পানী পৰিবৰ্ত্তন কৰিবৰ নিমিত্তে অহা ৰজা, মহাৰজা আৰু চৰকাৰী ডাঙৰ বিষয়া উপস্থিত আছিল। নীলগঞ্জৰ মহাৰজাই মেনুৰ এই কাৰ্য্যৰ বাবে যথেষ্ট প্ৰশংসা কৰি আস্পতালৰ দ্বাৰ উদ্ঘাটন কৰিলে। এই উৎসৱত মেনুই 'কাল নৃত্য' দেখুৱালে। কাহিনীটো আছিল—এজনী ৰূপসী অভিনেত্রী নিজৰ ৰূপ-যৌবনৰ অহঙ্কাৰতে মত্ত। এদিন এটা নৰ-কঙ্কাল দেখি চক্ খাই বেমাৰ পৰিল। বেমাৰ ক্ৰমে টান হৈ আহিল। ৰূপহীয়ে



সপোন দেখে, নৰকঙ্কাল এটা আহি তেওঁক ছুব খোজে। ৰূপসীয়ে কয়—"স্নৌ বুঢ়া, বেমাৰী মানুহবোৰক নিনিয়া কিয়—ইমান কষ্ট পাই আছে। মোৰ ৰূপ যৌবনৰ ফালে চাই মোক বাচিবলৈ দিয়া।" ইমান কাকুতি কৰা সত্বেও নৰ-কঙ্কালটোই ৰূপসীক চুবলৈ আগ বাঢ়ি আহে। এবাৰ নৰ-কঙ্কালটোই এখন দাপোন আনি ৰূপসীৰ আগত ধৰে। ইমান দিন তাই বেমাৰত পৰি থকাই খীণাই হাড়ে-ছালে লাগিছে। আৰ্চিত নিজৰ খীণ অৱস্থা দেখি ভয়তে বিচুৰ্ত্তি হৈ চিঞৰ মাৰি অইন ফালে মুখ ফিৰাই, কিন্তু যিফালেই চায় নৰ-কঙ্কালহে দেখে। লাহে লাহে ৰূপসীৰ এটা এটাকৈ ইন্দ্ৰিয়বোৰ বিবশ হৈ শেহত মৃত্যু হ'ল।

নাচটো এইভাৱে দেখুৱা হ'ল—এখন ওখ বেদীৰ ওপৰত এডাল ডাঙৰ মম্‌বাতি জ্বলালে আৰু তাৰ ছুকাষে সাতডালকৈ ছুশাৰী মম্‌বাতি; তাৰ মাজতে মেনুই কিচ্ কিচ্ কৰে ক'লা পাটৰ কাপোৰৰ পোছাক পিন্ধি নাচিব ধৰিলে। ডাঙৰ মম্‌বাতি ডাল মানুহৰ চৈতন্য, বাকী কেইডাল অন্যান্য ইন্দ্ৰিয়বোৰ। তাই নাচি নাচি এডাল এডালকৈ মম্‌বাতিবোৰ নুমাই শেহত ডাঙৰ ডাল নুমাবলৈ গৈ আত্ৰাহি হৈ চিঞৰ মাৰি মম্‌ডাল নুমাই মাটিত পৰি যায়। আধামিনিটমান পিচত দূৰৈৰপৰা টৰ্চ্চ মাৰি পৰি থকা অৱস্থাত মেনুৰ মুখত পোহৰ পেলাই দেখুৱা হয় তাইৰ কোৱাৰিদি এক জোলোকা তেজ বৈ গৈছে আৰু লগে লগে আঁৰ কাপোৰ পৰে।

আঁৰ কাপোৰ পৰাৰ লগে লগে বসন্তই মেনুক তুলিব গৈ দেখে যে তেওঁৰ কোৱাৰিদি বৈ যোৱা ৰঙা চিয়াঁহীৰ লগতে এজোলাকা তেজো ওলাইছে। বসন্তই ততাতৈয়াকৈ ডাক্তৰ বৰাক মাতি আনিলে। ডাক্তৰে মেনুৰ নাড়ী টিপি চাই মুখখন বিকটাই কলে—"শেষ"!

# নৈৰ পাৰত কোনে গীত গায়

নগৰবেৰাত, সিঙৰা নৈৰ পাৰত এখন চন বাৰী, তাৰে একাষে এখন পৰিত্যক্ত ফুলনি। শেৱালি, গুলঞ্চ আদি ডাঙৰ গছবোৰ থিয় হৈ আছে আৰু তাৰ মাজে মাজে বনৰীয়া বগা গোলাপ জাতিস্কাৰ হৈ থোপে থোপে ফুলি আছে। বতাহত ফুলবোৰে আনন্দতে ইটোই সিটোৰ গাত ঢলি পৰিছে। মাণিকে এটা হুমুনিয়াহ কাঢ়ি পুৰণি দিনবোৰ সুৱঁৰি ফুলৰ মাজতে ঘাঁহনিত বহি পৰিল। এনেতে নৈৰ পাৰৰপৰা এটা গীতৰ সুৰ ভাহি আহে, ফুলবোৰে থৰ হৈ শুনে। মাণিকে আচৰিত হয়, এই নিজঞ্জাল ঠাইত কোনে গীত গায়! লাহে লাহে আগুৱাই যায়। দেখে যে এজনী গাভৰু ছোৱালীয়ে মাটিৰ চপৰা পানীত দলিয়াই গীত গাব ধৰিছে। শুকান ইকৰাত মাণিকৰ ভৰি পৰি শব্দ হোৱাত ছোৱালীজনীয়ে পিচফালে চাই মাণিকক দেখি গীত বন্ধ কৰি একেৰাহে তাৰ ফালে চাই থাকে, মাণিকেও ছোৱালীজনীক কৰবাত দেখা যেন মনত লাগি চাই থাকে। হঠাৎ ছোৱালী-জনীয়ে ঘপহ কৰি উঠি আহি মাণিকৰ গলত সাৱট মাৰি ধৰি কঁপিবলৈ ধৰে আৰু কয়—"তুমি আহিছা? মই জানো তুমি আহিবাই।" তাৰ পিচত খুব হাঁহে, হাঁহি বাগৰি পৰিবৰ উপক্ৰম!

মাণিকে ছোৱালীজনীক চিনি পায়—তাৰ সৰুকালৰ লগৰী 'বগলা'। মাণিকে তাইৰ পিঠিত হাত বুলাই সোধে, "ভালে আছা বগলা?" বগলাই উত্তৰ নিদি হাঁহে, কিন্তু তাইৰ চকুত ভাববিহীন দৃষ্টি। মাণিকে বুজে তাই বলীয়া। মাণিকে তাইৰ ওচৰ চাপি গৈ নানান প্ৰশ্ন কৰে; তাই লৰি হাঁহি হাঁহি কয়,



"তুমি আহিছা?" মাণিকে যিমান ওচৰ চাপি যায় বগলাই লৰি দূৰলৈ পলায়। হাঁহি হাঁহি মাজে মাজে কয়, "তুমি আহিছা?" এনেতে এজনী আওহতীয়া মহিলা আহি তাইক মাতিলে—"তাত কি কৰিছ বগলা, ঘৰলৈ আহ।" মাণিকৰ ফালে চাই মহিলা-জনীয়ে কলে—"তাই বেমাৰী ছোৱালী, কিয় দিগ্ কৰিছা?"

মাণিকে ওচৰ চাপি গৈ দেখে যে মহিলাজনী বগলাৰ মাক, সৰুতে সি মাহী বুলি মাতিছিল। সি ওচৰলৈ গৈ সেৱা কৰি কলে—"মাহী দেউ, মোক চিনি পাইছেনে?"

তেওঁ আচৰিত হৈ কলে, "এ, বাপা তই! মই কোনোবা বুলি ভাবিছিলো! কেতিয়া আহিছ? ক'ত আছ? কেনে আছ?"

মাণিক—আপুনি যিমানবোৰ প্ৰশ্ন কৰিছে একে উশাহে উত্তৰ দিয়া টান।

—ব'ল বাপা, ঘৰলৈ ব'ল।

মাণিক, বগলা আৰু মাক তিনিও দোখোজমান গৈ এটা ভঙা পকীঘৰ পালেগৈ। মাহীয়েকে মাণিকক বহিব দি ক'লে, "বপা, তহঁতো গলি, আমাৰো বেয়া দিন আহিল। তই আহিনো ক'ত উঠিছ?"—অলপ অভিমান, বিষাদৰ সুৰ, কাৰণ দুখীয়া বুলি তেওঁলোকৰ ঘৰত নাহাই।

মাণিক—ইয়াৰ স্কুলৰ মাষ্টৰজন মোৰ বন্ধু; তেওঁক গুৱাহাটীত হঠাতে লগ পাই জন্ম ঠাই চাবলৈ আহিছো। এই এঘণ্টামান আগতে আহিছো। মোৰ বন্ধু মাষ্টৰ হেমেনক আপোনালোকৰ কথা সুধিছিলো; সি চিনি নাপাই বুলি কলে। ইমান দিন আপোনালোকৰ খবৰ নোপোৱাই ভাবিলো বোধহয় অইন ঠাইলৈ উঠি গৈছে। হেমেনে মোক কলে, "ইমান ততাতৈয়াকৈনো নৈৰ পাৰলৈ কিয় যাব লাগিছে?" মই তাক কেনেকৈ বুজাই কম নৈৰ পাৰতে যে মোৰ শৈশবৰ আনন্দৰ দিনবোৰ কটাইছো। সেইগতিকে অলপ জিৰাইয়ে নৈৰ পাৰলৈ আহি ফুলৰ মাজত বহি

পুৰণা কথাবোৰ সুৰঁৰিছো, এনেতে বগলাৰ গীত শুনিলো। তাইক মাতো মানে মাতো, তাই কেৱল হাঁহে আৰু কয়, "তুমি আহিছা"।

মাহীয়েকে আকাশৰ ফালে চাই চকুঁ দুটা অলপ জপাই বতাহত কথা কোৱাৰ দৰে কলে—"মোৰ দুখৰ কথা কি কম বোপাই! তই যোৱাৰ এবছৰ পিচত তেওঁ ঢুকায় আৰু লগে লগে আমাৰ সম্পত্তি নানান লেঠাত বিক্রি হৈ যায়। সেইবোৰ কথা কৈ আৰু তোৰ মনত কষ্ট নিদিওঁ, সংক্ষেপে শুন। তেওঁ ঢুকুৱাৰ চাৰিমাহমান পিচতে ৰাজেন আৰু বগলা বৰ টান নৰিয়াত পৰে। ৰাজেন সাতদিনৰ পিচত গ'ল, বগলা প্রায় তিনিমাহমান বিছনাত পৰি আছিল; কিন্তু যেতিয়া ভাল হ'ল তেতিয়া দেখা গ'ল তাইৰ মূৰৰ বিকৃতি হৈছে। তোলৈ আৰু কোনে চিঠি দিয়ে! তই এতিয়া কি কৰিছ, ক'ত আছ?" লাহেকৈ মুখখন অইন ফালে নি চকু মচে।

মাণিক—মইতো ইয়াৰপৰা আজি প্রায় দহ বছৰমান আগতে গলো, বম্বেত গৈ কোম্পানীত দুবছৰ কাম কৰাত মোক সিহঁতে বৃত্তি দি বিলাতলৈ পঠিয়ায়। সেই দুবছৰে ছুটি পোৱা নাছিলো। তাৰ পিচত বিলাতলৈ যাবৰ সময়তো বাহিৰে বাহিৰে যাবলগীয়া হোৱাত মোৰ মনত কিমান দুখ পাইছিলো, আপোনালৈ তো লেখিছিলো।"

কথাৰ মাজতে বগলা আহি মাণিকৰ গলত ধৰি কলে, "তুমি আহিছা, তুমি আহিছা?"—আৰু হাঁহে।

মাকে বগলাক সোধে—"তই জানো চিনি পাইছ?"

বগলাই হাঁহি বাগৰি পৰিব খোজে—"এওঁক"। মাণিকৰ ওচৰলৈ আহি তাৰ গাটো জোকাৰি কলে, "এওঁক"—আকৌ হাঁহে।

মাণিক—মাহী, এই আপোনাক খুব দিগ্ কৰেনেকি?

—নাই, একো দিগ্ নকৰে। কাম কাজ ঠিকেই কৰে, কেবল হাঁহে আৰু কয় 'তুমি আহিছা'! অঁ, তাৰ পিচত তোৰ কথা ক'চোন।



—আজি দুমাহমান হ'ল বিলাতৰপৰা ফিৰি আহিছো, কলিকতাত কাম পাইছো, কুৰি দিনৰ ছুটি লৈ বন্ধু-বান্ধবক চাবলৈ আহিছো। মই যোৱাৰ দুবছৰমান পিচৰপৰা আপোনালোকৰ চিঠি নোপোৱা দেখি বহুত কথা মনতে ভাবি ললো। আপোনালোক যে ইয়াতেই আছে আৰু ইমানবোৰ বিপদ যে মাজেদি বৈ গ'ল একো নাজানো। আপোনাক নো আৰু কি সান্ত্বনা দিম। বাৰু আপোনালোক অলপ বহক, মই হেমেনক কৈ মোৰ বিছনাপত্র ইয়ালৈ লৈ আহোঁগৈ।"

—তেওঁ জানো বেয়া নাপাব?

—ইস্, বেয়া পাবৰ কি আছে, নিজৰ ঘৰলৈ আহিম।

—বাৰু চাহ খাই যাচোঁন, তাৰ পিচত গলেও হব।

—নহয় মাহী, এতিয়াই গৈ লৈ আহোঁগৈ, আপুনি বাৰু চাহ কৰক।

মাণিক ওলাই গ'ল। মাহীয়েকে এটা বিষাদৰ হাঁহি মাৰিলে, বগলাই হাঁহি উঠিল—"তুমি আহিছা!"

( ২ )

বগলাৰ মাক উমা আৰু মাণিকৰ মাক বৰ বন্ধু আছিল। মাণিকহঁতৰ অৱস্থা ভাল নাছিল। মাণিকৰ বাপেক কেচুৱাতে ঢুকায় আৰু মাণিকৰ ১০ বছৰমান বয়সত মাকো ঢুকায়। মাণিক আৰু বগলাহঁতৰ ঘৰ ওচৰা-ওচৰি আছিল। মাণিকৰ বাপেক ঢুকুৱাত মাকে বৈ কাটি অতি কষ্টেৰে দিন নিয়াইছিল আৰু তেওঁৰ বন্ধু উমাৰপৰা যথেষ্ট সহায় পাইছিল। যেতিয়া মাকো ঢুকাল, উমাই মাণিকক আনি নিজৰ ঘৰতে প্রতিপালন কৰে।

বগলাৰ বাপেক ৰজনী তালুকদাৰ জমিদাৰ আছিল কিন্তু তেওঁ ঢুকুৱাৰ লগে লগে অৱস্থা বেয়া হৈ আছে। পকীঘৰটোত আগেয়ে কোলাহলপূৰ্ণ আছিল, এতিয়া একেবাৰে নিজঞ্জাল, আছে মাত্ৰ বুঢ়া চাকৰ বাতিয়া। সৰুৰেপৰা ৰাজেন, বগলা আৰু মাণিক একেলগে ডাঙৰ হয়। ৰজনীৰ পিতাকে নাতিনীয়েক বগলাক 'কোকিল' বুলি মাতিছিল, বুঢ়ীমাকে কিন্তু 'কোকিল' বুলি মাতিলে বেয়া পাইছিল। বুঢ়ীমাকে কয়, "তাই জানো ক'লা, তাইক যে 'কোকিল' বুলি মাতে!"

বুঢ়াই কয়—এ, নহয়, সেই ভাবিতো নকওঁ।

—তেনেহলে নো তাইক কিয় 'কোকিল' বুলি মাতে?

—কোকিল হৈছে বসন্তৰ দূত। মোৰ এই বুঢ়া বয়সত তাইৰ মাধুৰীয়ে মোক মায়াৰ জৰীৰে মেৰাই ধৰিছে আৰু মোৰ বাৰ্দ্ধকত বসন্তৰ মলয়া আনি দিছে—সেই গতিকে তাইক মই 'কোকিল' বুলি মাতো।

—ছিঃ, কিযে কয়! বুঢ়া হলে যে প্ৰকৃতি লৰে ঠিক কথা।

চ'ৰাঘৰত কোনোবা মানুহ আহিলে চাকৰে তামোল আনি দিলে বুঢ়াই কিবা এটা নহয় কিবা খুঁট উলিয়াবই। বগলাই আনি নিদিলেই নহয়। সেই গতিকে কেতিয়াবা বুঢ়ীমাকে বিৰক্ত হৈ কয়—"যা লাগী ঘৈণী, তইয়ে দেগৈ।"

মাণিকে হেমেনৰ ঘৰৰপৰা বিছনা-পত্ৰ আনি বগলাহঁতৰ ঘৰত উঠিলহি। বগলাৰ তেনে অৱস্থা দেখি মাণিকৰ মনত বৰ দুখ লাগে আৰু সৰুকালিৰ কত কথাই মনত পৰে। এবাৰ সিহঁত বালি-ভোজ খাবলৈ গৈছিল। ডাঙৰবোৰে ৰন্ধা-বঢ়াত ব্যস্ত; ল'ৰা-ছোৱালীবোৰে বালিত 'চোৰ চোৰ' খেলিছে। মাণিকে সৰুতে বৰ নোদোকা আৰু লাজুক আছিল। সি লৰিব নোৱাৰাৰ নিমিত্তে লগৰীয়া কেইটাই খেঙেতকৈ উঠিল—"এ, ধোদ ডাল লৰিবই নোৱাৰে!"



মাণিকে কন্দনামুৱা হৈ কলে—"মই তহঁতৰ লগত নেখেলো, যা।"

এটা লগৰীয়া লৰাই ক'লে—"আলসুৱা ল'ৰা, কান্দিলেই। মাৰাৰ কোলাত উঠি থাকাগৈ, যোৱা।" মাণিকে উচুপি কান্দে। বগলা ওচৰ চাপি আহি তাৰ কান্ধত হাত দি সাদৰি কয়—'আহাঁ, আমি সিহঁতৰ লগত নেখেলো।" মাণিকে আৰু উচুপি চকু মোহাৰে। বগলাই তাৰ চকু মচি দি হাতত ধৰি অলপ দূৰলৈ নি দুয়ো বালিৰ ঘৰ সাজে। এনেকৈ বগলাই সৰুৰে পৰা তাক মৰমৰ ছাঁয়াদি আগুৰি আছিল; এতিয়া সেই বগলাৰ এনেকুৱা অৱস্থা দেখি তাৰ অন্তৰ কান্দি উঠে।

এদিন এই ফুলনিৰ একাষত সৌ শিলচটাত বহি দুয়ো গল্প কৰি আছে, এনেতে এটা মকৰাই জাল তৈয়াৰ কৰিব ধৰিছে। মাণিকে কয়—"মকৰাৰ জাল যদি কাপোৰ হ'ল হয়!"

বগলা—মকৰাৰ এটা বৰ সুন্দৰ গল্প আছে জানানে? মকৰা আগেয়ে এজনী বৰ ধুনীয়া তিৰোতা আছিল আৰু বৰ সুন্দৰ কাপোৰ বৈছিল, কিন্তু বৰ অহঙ্কাৰী আছিল। সেই গতিকে ঈশ্বৰে তাইক মকৰা হৈ থাকিবলৈ বুলি শাও দিলে।

এনেকৈ কথা পাতি থাকোতে ৰাজেনে আহি মাতে, "আহ বগলা, মাছ মাৰিব যাওঁ।" বগলাই মাণিকক সোধে—"মানু যাবা?"

মাণিক—যাম।

তিনিও গৈ নৈৰ পাৰত বৰশী পেলায়। ৰাজেনে বগলাক কয়—"ইস্, তাই আৰাম কৰি বহিবলৈ আহিলি। যা কেঁচু আনগৈ।"

বগলা—মই কেঁচু আনিব নোৱাৰো, এলাহ লাগে।

ৰাজেন—যাৱ যদি যা, নহলে মাৰ খাবি।

কাকো ভয় নকৰা বগলাই ৰাজেনক হে অকল বৰ ভয় কৰে। কি কৰিব, মুখখন সেমেনা-সেমেনি কৰি মাণিকৰ ফালে চাই যাব ধৰে। মাণিকে তাইৰ অৱস্থা দেখি তাইৰ লগত গৈ কেঁচু আনে। কেঁচু আনি দিয়াত ৰাজেনে খুব ভাল পাই জেপৰপৰা বগৰিৰ

আচাৰ উলিয়াই সিহঁতক দিয়ে। এনেকুৱা কত কথা তাৰ মনত ভাঁহিব ধৰিছে—যেন কালিহে ঘটনা।

( ৩ )

মাণিকৰ মাক ঢুকুৱাত তাৰ বয়স দহ বছৰ আৰু বগলাৰ বয়স ছয় বছৰ। ৰাজেন আৰু মাণিক সমনীয়া—তিনিও সৰুৰেপৰা একেলগে ডাঙৰ হোৱাই মাণিকো সিহঁতৰ ঘৰৰ ল'ৰাৰ দৰে হৈছিল। মাণিক সৰুৰেপৰা গম্ভীৰ প্ৰকৃতিৰ আছিল আৰু পঢ়া-শুনাতো বৰ ভাল আছিল। ডাঙৰ হোৱাৰ লগে লগে মাণিক আৰু গহীন হৈ উঠিল, কিন্তু বগলা হ'ল চঞ্চল; নাচি হাঁহি, বলকি থাকে—যেন এটী পৰ্ব্বতীয়া নিজৰা শিলৰ ওপৰে ওপৰে জপিয়াই জপিয়াই গৈছে। বগলাই যিমানেই মাণিকৰ গা হেঁচি কথা পাতিবৰ চেলু বিচাৰি ফুৰে, সিমানেই মাণিকে আঁতৰি ফুৰিবৰ চেষ্টা কৰে। বগলাই পঢ়াৰ কথা সোধাৰ ছল কৰিও কথা পাতিবৰ চেলু বিচাৰে কিন্তু চোকা বুদ্ধিৰ ল'ৰা মাণিকে কোনো ভূমিকা নিদি খাটাংকৈ উত্তৰ দিয়ে।

মাক ঢুকুৱাৰপৰা মাণিক বৰ মনমৰা হৈ কেৱল নিজৰ পঢ়া-শুনা লৈ ব্যস্ত থাকে। বগলাৰ তেতিয়া ১৩ বছৰ বয়স, তাই বিচাৰে হাঁহি-খিকিন্দালি কৰি সময় কটাব, কিন্তু যিমানেই তাই মাণিকৰ ওচৰ চাপে সি আঁতৰি ফুৰে। বগলাৰ জিদ্ হল কেনেকৈনো মাণিকক তাইৰ অনুগত কৰি লয়। তাৰ আলপৈচান ধৰিও তাই বিফল হ'ল। এনেতে এটা ভাল সুযোগ মিলিল। বগলাই বহাগ বিহুৰ সময়ত কেইখনমান গামোছা লগালে, আচল উদ্দেশ্য হৈছে মাণিককহে দিয়া—কিন্তু তাক অকলে দিবলৈ লাজ কৰি প্ৰত্যেকৰে নিমিত্তে একোখন তৈয়াৰ কৰিলে। মাণিকক গামোছা দিব খোজোতে সি পোনেই ক'লে—"মোৰ কেইবাখনো গামোছা আছে, নালাগে।" বছৰেকীয়া বিহুৰ দিনা



এনেকৈ লঘু হৈ বগলা খঙতে জ্বলি উঠিল। দুপৰীয়া মাকে সুধিলে—"মাণিক দাদাক দিলি নে নাই?"

বগলা—ঘৰৰ বিলাকক দিলো বুলি তেওঁকো নো দিম নে? অলপ অভিমানৰ সুৰ।

—যা, এখন তাকো দেগৈ। সিওতো তোৰ নিজৰ ককায়েৰৰ দৰেই।

—মই দিব নোৱাৰো

—আৰু তোৰ গামোছা আছেনে নাই?

—আছে।

—কেইখন আছে?

—তিনিখন আছে।

—মোক এখন দেচোঁন, দি আহোঁগৈ।

—যোৱা দিয়াগৈ, বছেৰেকীয়া বিহুৰ দিনা যদি লঘু হবৰ মন গৈছে।

মাকে তৎক্ষণাতে বুজি পালে, হাজাৰ হলেও তিৰোতা মানুহ, —ইয়াৰ ভিতৰত কিবা জগৰ লাগিছে, তেওঁ ঘপৰাই সুধিলে— "নালাগে বুলি কলে নেকি?"

—অঁ।

—তাকে নকৰ কিয় ইমান পৰে?

সুধিবৰ নিমিত্তে মাকে মাণিকক মাতা দেখি বগলা গৈ দুৱাৰৰ আঁৰত থিয় দি কি ক'য় কাণ পাতি ৰল। এনেতে মাণিক আহি সুধিলে—"মাহী, মোক কিয় মাতিছে?"

—তইনো গামোছাখন নিনিলি কিয়? তাই সকলোকে দিবৰ নিমিত্তে আগ্ৰহ কৰি বৈছিল।

—মোৰ বহুত আছে মাহী, সেইহে ননলো।

—এ, যা, তাই বছেৰেকীয়া বিহুৰ দিনা লঘু হোৱাই বেজাৰ পাইছে নহয়।

—বাৰু তাইক মাতকচোঁন।

—সেইজনী নহয় দুৱাৰৰ আঁৰত।

মাণিকে দুৱাৰৰ কাষলৈ গৈ তাইৰ হাতত ধৰি টানি আনি কলে—"তই এতিয়া লেখাপঢ়া শিকিছ, ইমান ভাবপ্ৰৱণ হোৱা উচিত নহয়। মোকতো তই জোৰ কৰি দিব পাৰিলি হয়। বাৰু দে, মোক কিন্তু দুখন দিব লাগিব আৰু মোৰ নামো লেখি দিব লাগিব।"

বগলাৰ অন্তৰত বিজয়ৰ উল্লাস কিন্তু বাহিৰত গহীনাই মাত লগালে—"আৰু গামোছা নাই।"

মাক—কিয়, আৰু তিনিখন আছে বুলি কৈছিলি দেখোন!

মাণিক—অঁ বুজিছো, তোক মই কুটুৰিব লাগে নহয়।

বগলা—মই নোৱাৰো দিব নাম লেখি।

মাণিক—দিয়া বাইদেউ। খং নকৰিবা।

মাণিকৰ মুখৰপৰা বহুত দিন ঠাট্টা শুনা নাছিল, আজি হঠাতে 'বাইদেউ' বোলা শুনি তাই হাঁহি চেপি ৰাখিব নোৱাৰিলে। মাণিকে তাইৰ মূৰটো জোকাৰি দি ক'লে—দিয়া বাইদেউ।

বগলা—যোৱা, মোৰ বাকচত আছে, নিয়াগৈ।

মাক—যাচোন, তই নিজে লৈ আহগৈ।

বগলাই নাম লেখা দুখন গামোছা আনি তাৰ হাতত দিলে। মাণিকে দুয়োখনতে তাৰ নাম দেখি কলে—"অ, এই বাবেহে তোৰ ইমান খং!"

সেই দিনাৰপৰাই মাণিকৰ ভুল ভাঙিল, সি আৰু কেতিয়াও নিজকে অকলশৰীয়া বা তাৰ কথা কোনেও নাভাবে বুলি খেদ নকৰা হ'ল। যেন বান্ধ দি থোৱা পানীৰহে জান খান্দি দিলে, আনন্দৰ নিজৰা হিল্‌দল ভাঙি আহি গোটেই ঘৰখনকে আপ্লুত কৰি পেলালে।

( ৪ )

কেইদিনমান নগৰবেৰাত বগলাহঁতৰ ঘৰত থকাৰ পিচত ছুটি শেষ হলত মাণিক কামত ভৰ্ত্তি হবলৈ কলিকতা যাবলৈ ওলাল। বগলাহঁতৰ আন কোনো আত্মীয় নথকাই আৰু মাণিকো অকলশৰীয়া বুলি বগলা আৰু মাকক লগত লৈ গ'ল। সৰুৰে পৰা মাণিক তেওঁলোকৰ ঘৰত ডাঙৰ হোৱাই মাহীয়েকে মাণিকৰো ৰাজেনৰ দৰেই দেখিছিল, সেইবাবে তাৰ লগত যাবলৈ মুঠেই সঙ্কোচ নকৰিলে। কলিকতালৈ গৈ মাণিকে বগলাক মনস্তত্ত্ববিদ ডাক্তৰক দেখুৱালে। তেওঁ বগলাক পুৰণি কথাবোৰ লাহে লাহে সোঁৱৰাই দি চিকিৎসা কৰিবলৈ ধৰিলে। ডাক্তৰে বগলাৰ মনস্তত্ত্ব বিশ্লেষণ কৰি যি কথা খুচৰি উলিয়ালে তাক শুনি মাণিক আচৰিত হ'ল। মাণিকে বগলাক নিজৰ ভনীৰ দৰে চেনেহ কৰিছিল, কিন্তু বগলাই ডাক্তৰ হোৱাৰ লগে লগে আন চকুৰে চাইছিল। মাণিকৰ মনত সেইকথা কেতিয়াও ভুমুকিয়াই মৰা নাছিল আৰু বগলাৰ চঞ্চলতা, ঘনিষ্ঠতা তাৰ চকুত ভনীয়েকৰ আদৰ বুলিয়েই ভাবিছিল। মাণিকৰ খবৰ নাপাই তাৰ কি হ'ল, এই উৎকণ্ঠাৰ সময়তে বেমাৰত পৰাই মনক সংযত কৰি ৰাখিব নোৱাৰি তাইৰ মূৰৰ দোষ হ'ল। লাহে লাহে তাই ভাল হৈ আহিব ধৰিলে আৰু মাণিকেও তাইৰ অন্তৰৰ ভাব বুজিব পাৰি তাৰো মনৰ গতি উলটি গ'ল। ডাক্তৰে এদিন সিহঁত দুয়োৰে অসাক্ষাতে মাকৰ আগত সিহঁত দুয়োৰে বিয়া হব পাৰে নে নোৱাৰে সুধিলে। মাকে এটা হুমুনিয়াহ কাঢ়ি কলে—"সেইটো হলে তো কথাই নাই, মোৰ সকলো দুশ্চিন্তাৰ ওৰ পৰে।"

এদিন ছেগ বুজি ডাক্তৰে মাণিকক কথাটো কলে। মাণিকে

ঘপৰাই মান্তি হ'ল। মাণিকে এদিন ধেমালিতে বগলাক ক'লে— "তুমি আহিলা?"

বগলা—তুমি ঠাট্টা কৰিছা, কিমান দুখৰ বোজা অন্তৰত লৈ সেই কথাষাৰ মুখৰপৰা ওলাইছিল অলপ দকৈ ভাবি চাইছানে? পুৰুষজাতি এনেকুৱাই, নিজৰ ভাবতে বিভোৰ, ওচৰত কোনোবাই হিয়া ধাকুৱাই থাকিলেও তালৈ চকু নপৰে। সকলো কথাই ভাঙি পাতি আগত ডাঙি ধৰিব লাগে। অৱস্থাৰ বিপৰ্য্যয় নহলেতো মোৰ শেষ দশা কি হ'ল হয় ভাবিবই নোৱাৰো। সকলো কথাই ভাঙি পাতি আগত ডাঙি ধৰিব নোৱাৰাই আমাৰ দুৰ্ব্বলতা আৰু তোমালোকৰ বাহাদুৰী জেদ কৰি সেইবোৰ আমাৰ মুখৰপৰা উলিয়াবৰ চেষ্টা কৰা। অন্তৰৰ দুৰ্ব্বলতা বাহিৰত প্ৰকাশ কৰি মৰম চেনেহ দাবী কৰিবলৈ কিমান লাজ আৰু আত্মসম্মানত আঘাত লাগে কেতিয়াবা তোমালোকে ভাবি চাইছানে?

# বিদেশিনী

কেতিয়াবা একোজন অচিনাকি মানুহক দেখিলেই মনত হয় কৰবাত দেখিছো বা চিনো চিনো যেন লাগে। কিছুদিন পিচত দেখা যায় কিবা কাৰণত সেই মানুহজনৰ লগত চিনা পৰিচয় হয় আৰু বৰ ঘনিষ্ঠতা হয়। ৰমেশৰ জীৱনতো ঠিক তেনে এটা ঘটনা ঘটিছিল।

ৰমেশৰ সৰুৰেপৰা দেশ ভ্ৰমণত বৰ ৰাপ, কিন্তু অসমৰ বাহিৰলৈ যোৱাৰ সামৰ্থ্য নথকাই অসমৰ ভিতৰৰ ঠাইবোৰ সুবিধা পালেই চাব গৈছিল। সি স্কুলমাষ্টৰ, স্কুল বন্ধ হলেই সি ফুৰিবলৈ ওলাই যায়। যোৱা মহাসমৰত দেশ ভ্ৰমণ কৰিবৰ নিমিত্তে তাৰ বৰ সুযোগ মিলিল। প্ৰথম সুযোগতে সি সৈন্য বিভাগত ভৰ্ত্তি হ'ল। কিন্তু তাতে গৈ তাৰ শান্তি নহ'ল কাৰণ তাক নিয়োগ কৰিলে ডেৰাডুনত থকা ইতালীয় বন্দী-শিবিৰত। তাতে প্ৰায় এবছৰমান থাকিল, অইন ঠাইলৈ বদলী কৰাৰ নাম নাই—সেই গতিকে তাৰ মনত সদায় বেজাৰ।

( খ )

এদিন পুৱা সি অফিচত বহি আছে এনেতে দুটা চিপাহীয়ে এজন ইতালীয় বন্দী অফিচাৰ লৈ আহিল। চিপাহী এটাই এখন চিঠি দিলে। তাৰপৰা বুজিলে যে সেই ইতালীয় অফিচাৰজনে ৰাতি হলেই আঠাহ পাৰি নিজৰ কোঠালীটোত ঘূৰি ফুৰে আৰু দিনত হলে মনমাৰি এটা কোণত বহি থাকে। ৰমেশে ইতালীয়

অফিচাৰজনক দেখিয়েই তাৰ মনত হ'ল কৰবাত যেন দেখিছে। তেওঁক পিটিকি পিটিকি সুধি যি পালে তাৰপৰা ৰমেশে বুজিলে তেওঁ মেজৰ ৰজেটী, ত্ৰিপলীত ( আফ্ৰিকাত ) ডাক্তৰ আছিল। যুদ্ধৰ সময়ত তেওঁ সৈন্য বিভাগৰ ডাক্তৰ হৈছিল। ১৯৪১ চনত তেওঁ কেইদিনমানৰ ছুটি লৈ ঘৰত থাকোঁতে মিত্ৰ-সৈন্যই ৰাতি ত্ৰিপলী আক্ৰমণ কৰি বহুত ইতালীয় বন্দী কৰে। বোমা পৰি ৰজেটীৰ ঘৰটো ভাঙে। তেওঁ কোনোমতে ওলাই আহি ঘৈণীয়েক আৰু জীয়েক পুতেকক ভঙা ঘৰটোৰ কাঠৰ দমৰ ভিতৰৰপৰা উলিয়াব খোজোতেই মিত্ৰ-সৈন্যই আহি মতা মানুহবোৰক বন্দী কৰি লৈ যায়। ৰজেটীক শেহত আনি ডেৰাডুনত থকা ইতালীয় বন্দী-শিবিৰত ৰাখেহি। ৰাতি হলেই তেওঁৰ ত্ৰিপলীত বোমা পৰা কথা মনত হয়। ল'ৰা-ছোৱালীৰ সৈতে শান্তিৰে ৰাতি শুই আছে— চাৰিওফালৰপৰা গুড়ুম গুড়ুম কামানৰ গুলি, আকাশত উৰণীয়া জাহাজৰ কাণ তাল মাৰা শব্দ। বাহিৰত চাৰিওফালে বোমা পৰি ফাটি তাৰ জুইয়ে আকাশ পোহৰ কৰি পেলাইছে। মানুহ, ল'ৰা-ছোৱালীৰ চিঞৰ আৰু পলোৱাৰ শব্দ মনত পৰিলেই গা শিয়ৰি উঠে। তাৰ পিচত নিজৰ ল'ৰা-ছোৱালীৰ কি বিলৈ হ'ল ঠিকনা নাই। এইবোৰ কথা ভাবি ভাবি ৰজেটীৰ মূৰৰ দোষ হৈছে, যেতিয়া অলপ ভাল থাকে তেতিয়া বহুত কথাই কয়। বহুত বন্দীৰে এনেকুৱা অৱস্থা। এই বিলাকক বেচি ভাগেই ধৰ্ম্মযাজকৰ ওচৰলৈ পঠোৱা হয়। ধৰ্ম্মযাজকবোৰে নানান সৎ-আলোচনা কৰি বুজনি দি মনত শান্তি দিবৰ চেষ্টা কৰে।

( গ )

ৰমেশৰ বহুত দিনৰ আশা হঠাতে পূৰণ হয়—তাৰ বদলীৰ হুকুম হ'ল এডেনলৈ। খুব চাফ চিকোন বন্দৰ, চাৰিওফালে কেৱল



খাঁকি কাপোৰহে দেখিবলৈ পোৱা যায়; বাহিৰত যদিও মানুহৰ মুখত হাঁহি-মাত, কিন্তু অন্তৰত এটা যে আতঙ্কৰ ভাব, বেচ বুজি পোৱা যায়। ধৰাবন্ধা নিয়ম, কোনো ফালে লৰি-চৰি ফুৰিবৰ উপায় নাই। ইয়াতো এনেকৈ বন্ধ হৈ থাকি ৰমেশৰ ভাল নালাগে। কিছুদিন পিচত হুকুম হ'ল আগুৱাই যাব লাগে অৰ্থাৎ একেবাৰে ইতালীৰ যুদ্ধক্ষেত্ৰত। বহুতৰে ভয়ত অন্তৰ শুকাই গৈছে, সেই গতিকে বাহিৰত খুব খেল-ধেমালি কৰি মনৰ বোজা পাতলাবৰ চেষ্টা কৰিছে। কিন্তু ৰমেশৰ বৰ স্ফুৰ্ত্তি, দেশ চাব পাব। যুদ্ধক্ষেত্ৰত কোন ফৌজ ক'ত আছে সেইবোৰ কথা বৰ গোপনে ৰখা হয়। সেই গতিকে বিচাৰি উলিওৱাতে কিছু সময় লাগে আৰু নানান বিপদ থকাৰ নিমিত্তে যুদ্ধক্ষেত্ৰলৈ বস্তু অনা-নিয়া বা মানুহ বদলী, নিয়োগ কৰা কাম সুচল কৰিবৰ অৰ্থে মাজে মাজে বহুত 'জিৰণি শিবিৰ' ( **Rest Camp** ) থাকে। ৰমেশেও জাহাজেদি, উৰণীয়া জাহাজেদি, মটৰেদি কিছুমান বাট গ'ল আৰু জিৰণি শিবিৰত অ'ত দুদিন ত'ত চাৰিদিন ৰৈ ৰৈ দুমাহৰ মূৰত ইতালী পালেগৈ। এই দুমাহৰ জীৱন তাৰ খোৰাঁড়ত থকা যেন লাগিছিল, ক'তো ওলাব সোমাব নোৱাৰে। কাম নাথাকিলে গৈ কেৱল 'আজৰি কোঠালী'ত খেলে বা গল্পৰ কিতাপ পঢ়ে।

( ঘ )

ৰমেশে দুমাহমান নানান ঠাইৰ জিৰণি শিবিৰত ঘূৰি ঘূৰি শেহত তাৰ ইউনিট্ ( সৈন্য বিভাগৰ সৰু সৰু অফিচ ) পালেগৈ। তেতিয়া তাৰ ইউনিট্ আছিল ইতালীৰ ফৰ্লি চহৰত। সৰু এখন চহৰ কিন্তু আমাৰ ইয়াৰ তুলনাত ডাঙৰ চহৰতকৈয়ো চাফ-চিকোন, কিন্তু চাৰিওফালে যুদ্ধ চলি থকাই মানুহৰ মুখ শুকান; কেতিয়া

আহি সেইখিনিত যুদ্ধ বিয়পি পৰে সেই আশঙ্কাতে কাৰো মনত শান্তি নাই। কাৰণ ফৰ্লিৰপৰা ৩০ মাইল দূৰৈত ফ্ল'ৰেঞ্চ চহৰৰ কাষত তেতিয়া ভীষণ যুদ্ধ চলিছে। ফৰ্লি চহৰত কৰ্ম্মঠ পুৰুষ মানুহ নাছিল; বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী আৰু তিৰোতা মানুহহে আছিল। তেতিয়াও যুদ্ধ চলি থকাত ইতালীয়বোৰ শত্ৰুপক্ষ আছিল আৰু কোনো মিত্ৰপক্ষৰ সৈন্যই ফৰ্লি চহৰৰ অধিবাসীবোৰৰ লগত মিলাপ্ৰীতি কৰা বা কথাবাৰ্ত্তা কোৱা নিষেধ আছিল; তাৰ উপৰিও বহুতেই ইতালীয় ভাষা নাজানিছিল। কিন্তু কিছুমানে মনে মনে ইতালীয়বোৰৰ লগত বন্ধুত্ব কৰিছিল। সৈন্য বিভাগৰ অপৰ্য্যাপ্ত খাদ্য বস্তু আৰু গৰম কাপোৰ-কানি ইতালীয়-বোৰক লুকাই লুকাই দি সিহঁতৰ লগত বন্ধুত্ব কৰিছিল। প্ৰায়েই ইতালীয়বোৰে সুবিধা পালেই ভাৰতীয় সৈন্যক কৈছিল—"ইংৰাজৰ হকে যুদ্ধ কৰি তোমালোকৰ কি লাভ হব?" সেই গতিকে ইমান বাধা নিষেধ থকা সত্বেও বহুত ভাৰতীয় সৈন্যৰ লগত ইতালীয়বোৰৰ তলে তলে বন্ধুত্ব হৈছিল।

( ৬ )

এদিন ৰাতি ৰমেশহঁত শুই আছে, প্ৰায় দুইমান বজাত উৰণীয়া জাহাজৰ শব্দ শুনিলে আৰু লগে লগে কামানৰ গৰ্জ্জন; বুজি পালে যে শত্ৰু-সৈন্যই আক্ৰমণ কৰিছে। সকলোৰে নিজৰ নিজৰ নিৰ্দ্দিষ্ট ঠাইত পহৰা দিব ধৰিলে। ইতিমধ্যে মিত্ৰপক্ষৰ উৰণীয়া জাহাজো আহিল। আকাশত কামানৰ গুলিৰ কোলাহল লাগিল আৰু চাৰিওফালে বোমা পৰি ফাটিবলৈ ধৰিলে—যেন মাটি ফাটি বেলিহে ওলাইছে। ইতালীয় বাসিন্দাবোৰ ৰমেশহঁতৰ অলপ দূৰৈত আছিল। সিহঁতে ঘৰ-দুৱাৰ এৰি সেই ৰাতিয়েই পৰ্ব্বতৰ কাষলৈ গ'ল। গোটেই ৰাতি এইভাবেই চলিল। টোপনিতো



নাই, তাৰ উপৰিও এই কাণত তালমৰা কামান গৰ্জ্জনে ৰমেশহঁতৰ অন্তৰতো মৰম দয়া আদি মানুহৰ ভাল গুণবোৰ গুচি কেবল শত্ৰুক মাৰ—শত্ৰুক মাৰ ৰবে চিঞৰিবলৈ ধৰিলে। ভাবিলেই আচৰিত লাগে যে মানুহ সময়ত কেনে পশুৰ দৰে হৈ পৰে!

তাৰ পিচদিনা পুৱা ফৰ্লি সৰু চহৰখনত অসংখ্য ভঙা উৰণীয়া জাহাজ, কামান, মটৰ গাড়ী আৰু মৰা মানুহে উপচি পৰিল। মৰা মানুহবোৰৰ মাজৰপৰা আহতবোৰক আস্পতাললৈ পঠিওৱা হ'ল আৰু মিত্ৰপক্ষৰ মৰাশবোৰ বাচি আনি কবৰ দিবৰ দিহা কৰিলে। ওৰেৰাতি টোপনি খটি, আতঙ্ক, অতিৰিক্ত পৰিশ্ৰমে মানুহবোৰৰ চেহেৰা বিকটাকাৰ কৰি তুলিলে। সকলোৰে মুখ শুকান, ক'লা পৰিছে, চকু গাঁতত সোমাইছে; কিন্তু নিজৰ নিজৰ কৰ্ত্তব্য মেচিনৰ দৰে কৰি যাব ধৰিছে।

পুৱা ৰমেশৰ কাম পৰিল, ওচৰত শত্ৰু-সৈন্য আছেনে নাই চোৱা। পেট্ৰল দিবৰ নিমিত্তে চাৰিওফালে সৈন্য পিয়াপি দি ওলাই পৰিল। এটা সৰু নিজৰা ওচৰৰ পৰ্ব্বতৰপৰা বাগৰি আহি ফৰ্লি চহৰৰ কাষেদি বৈ গৈ টাইবাৰ নদীত পৰিছে। ৰমেশে নিজৰাৰ পাৰে পাৰে সাৰ-শব্দ নোহোৱাকৈ যাব ধৰিলে। দূৰৈত পানী ভৰোৱা শব্দ শুনি সি চুচৰি যাবলৈ ধৰিলে। অলপ দূৰ গৈ দেখে যে এটা ১২।১৩ বছৰীয়া ল'ৰাই বাল্টি এটাত পানী ভৰাব ধৰিছে। সি 'ৰহ' বুলি বন্দুকটো টোৱাওঁতে ল'ৰাটোই বাল্টিটো থৈ ভয়তে কঁপিবলৈ ধৰিলে। ৰমেশৰ তেতিয়া মানুহৰ দেবত্বগুণ লোপ পাই পশুৰ প্ৰকৃতি জাগৰিত হৈ আছে। সি বন্দুকটো ল'ৰাটোৰ ফালে পোনাই তাৰ ওচৰ চাপি চাৰিওফালে এবাৰ ভালকৈ চাই ললে, ওচৰত অইন কোনোবা বিপক্ষৰ মানুহ আছেনে নাই। ৰমেশে ভালকৈয়ে ইতালীয় ভাষা শিকিছিল। সি সুধিলে আৰু কোনোবা আছেনে নাই। ল'ৰাটোৱে সেপ ঢুকি কলে যে ওচৰত কোনো নাই, কেবল তাৰ মাক আৰু

বায়েক আছে। মাক বেমাৰী আৰু বায়েকৰ ভৰিত আগদিনাখন বোমাৰ টুকৰা এটা আহি আঘাত লাগি পৰি আছে। যোৱা ৰাতি বোমাত সিহঁতৰ ঘৰ ধ্বংস হোৱাই সিহঁত আহি ওচৰৰ হাবিত আছেহি। ৰমেশৰ অন্তৰত অলপ অনুকম্পা হ'ল কিন্তু লগে লগে সন্দেহো আহে। তথাপি মৰণত শৰণ দি আৰু ল'ৰাটোৰ মুখৰ চেহেৰা দেখি তাৰ কথাত বিশ্বাস কৰি আগুৱাই গ'ল আৰু হাতত পানীৰ বাল্‌টিটো নিলে। অলপ গৈয়ে হাবিৰ মাজত এডাল গছৰ তলত এখন কম্বলত এজনী তিৰোতা মানুহ পৰি থকা দেখা পালে; ওচৰতে বহি আছে এজনী ১৯।২০ বছৰীয়া গাভৰু ছোৱালী, তাইৰ আঠুত এটা কাপোৰৰ বান্ধ তেজেৰে ৰাঙলী হৈ আছে।

সিহঁতক সেই অৱস্থাত দেখি ৰমেশৰ অন্তৰত মানুহৰ সদগুণবোৰ, দয়া মৰম আদি জাগি উঠিল। ছোৱালীজনীয়ে ৰমেশক দেখি ভয়তে কোঁচমোচ খাই বহি থাকিল; আঘাত লগা ভৰিখনৰ নিমিত্তে উঠিবও নোৱাৰে। ৰমেশে সিহঁতক অভয় দি কলে যে সিহঁতে ভয় কৰা উচিত নহয় আৰু তাৰ সাধ্য অনুযায়ী সিহঁতক সহায় কৰিব। ৰমেশে তাৰ মোনাৰপৰা ঔষধ উলিয়াই মাকক দিলে আৰু ফটাকানি উলিয়াই ছোৱালীজনীৰ ভৰিখনত ঔষধ দি বান্ধি দিলে। তাৰ পিচত সি চাৰিওফালে হাবিখনত ঘূৰি পকি চালে, ওচৰতে শত্ৰু আছেনে নাই। ইফালে সিফালে অলপ দূৰে দূৰে কেবল আশ্ৰয়হীন ল'ৰা-তিৰোতাত বাদে আন কাকো দেখা নাপালে। সি হাবিৰপৰা অলপ নিলগত এটা খালি স্কুল ঘৰত মানুহবোৰক থাকিবলৈ হুকুম দিলে। যুদ্ধৰ সময়ত অৱস্থা অনুযায়ী বহুত সময়ত ওপৰৰপৰা আদেশ নোলোৱাকৈও বহুত কাম কৰিব পাৰি। সিহঁতৰ বস্তু-বেহানি নিবৰ নিমিত্তে দুখনমান ঘোড়াৰ গাড়ীও আনি দিয়ালে। স্কুল ঘৰটো 'কন্‌চেন্‌ট্ৰেশ্যান্' শিবিৰ কৰি ওচৰত থকা সকলো ইতালীয়



ল'ৰা-তিৰোতা মানুহবোৰ ৰাখিলে আৰু সিহঁতে যাতে চোৰাং-চোৰাৰ কাম নকৰে তাৰ বাবে বিশেষ লক্ষ্য ৰাখিলে। সেই শিবিৰটোৰ ভাৰ পৰিল ৰমেশৰ ওপৰত। ৰমেশে সেই সুযোগতে সিহঁতক খোৱা বস্তু, ঔষধ আদিৰে নানানভাৱে সহায় কৰিব ধৰিলে, সেই গতিকে শিবিৰৰ সকলোৱে তাক বৰ ভাল পোৱা হ'ল। ৰমেশ সৰুৰেপৰা বৰ দয়ালু আৰু পৰোপকাৰী আছিল কিন্তু যুদ্ধত আহি সি কঠুৱা হৈ পৰিছিল। এতিয়া আকৌ এই শিবিৰৰ মাজত অহা-যোৱা কৰাই তাৰ আগৰ স্বভাব ফিৰি আহিল।

ৰমেশে শিবিৰৰ সকলোকে বৰ মৰম কৰিছিল কিন্তু বিশেষকৈ তাৰ আকৰ্ষণ আছিল সেই পৰিয়ালটো, যিটো ল'ৰাক সি জুৰিৰ পাৰত লগ পাইছিল। সিহঁতক দেখিয়েই কৰবাত দেখা যেন পালে আৰু বহুত দিনৰ চিনাকী, বৰ আপোন মানুহ যেন লাগিল। যুদ্ধৰ সময়ত বিদেশীৰ লগত প্ৰথমতে মুখ চিনা-চিনিহে হয়, তাৰ পিচত লাহে লাহে হে নাম পৰিচয় লোৱা হয়। নাম পৰিচয় হোৱাতো, সঁচানে মিছা সেই বিষয়ে কিছুদিন লক্ষ্য ৰখা হয়। কেইদিনমানৰ ঘনিষ্ঠতাৰ পিচত ল'ৰাটোৰ পৰিচয় জানিলে যে তাৰ নাম জৰ্জ্জিও, ছোৱালীজনীৰ নাম এমেলিয়া। ৰমেশে ঔষধ দিয়াত এমেলিয়া আৰু মাক আৰোগ্য হ'ল। এমেলিয়াৰ মাকে ৰমেশক বৰ মৰম কৰে, সেই গতিকে ৰমেশেও সুবিধা পালেই সিহঁতক বয়বস্তু দি সহায় কৰে আৰু সিহঁতৰ কাষলৈ যায়। জৰ্জ্জিওহঁতে ইতালী, ফৰাচী আৰু ইংৰাজী তিনিটা ভাষাই জানে, সেই গতিকে ৰমেশৰ কথাবাৰ্ত্তা কোৱাত কোনো অসুবিধা নহয়।

লাহে লাহে ৰমেশৰ লগত সিহঁতৰ দ্বিধা ভাব নোহোৱা হ'ল। কথাই কথাই ওলাই পৰিল জৰ্জ্জিওহঁত আগেয়ে ত্ৰিপলীত আছিল। ৰমেশে তেতিয়া মেজৰ ৰজেটীক চিনি পাইনে সোধাত সকলো কথা ওলাই পৰিল। এইটোৱেই ৰজেটীৰ পৰিয়াল। এই কথা জানিব পাৰি ৰমেশৰ মনত বৰ আনন্দ হ'ল আৰু লগে লগে সেই

পৰিয়ালটোৰ অন্তৰতো আনন্দৰ সোঁত ব্ববলৈ ধৰিলৈ। কেৱল সিহঁতে দুখ কৰে কেতিয়ানো মেজৰ ৰজেটীৰ লগত দেখা হব। ৰমেশে সিহঁতৰ দ্বাৰাই চিঠি লেখাই তাৰ ডেৰাডুনত থকা বন্ধু এজনৰ মাৰফৎ মেজৰ ৰজেটীলৈ পঠালে। এইদৰে সিহঁতৰ পৰিয়ালটোক সংযোগ কৰি দিবপৰাই ৰমেশৰ ওপৰত সিহঁতৰ মৰম বাঢ়ি গ'ল। জৰ্জিওহঁতৰ মুখত যেন কোনোবাই হাঁহি সানি দিলেহি। এমেলিয়াই ভাবে, যদি ৰমেশ তাইৰ ককায়েক হল হয়, ৰমেশেও ভাবে সি যদি ইহঁতৰ লগত সদায় থাকিব পাৰিলে হয়। যেতিয়া ৰমেশৰ মনত খেলে সি এদিন ইহঁতক এৰি যাবই লাগিব তেতিয়া তাৰ মনটো বৰ উকুঙা উকুঙা লাগে। এমেলিয়াই ৰমেশক তাইৰ নিজৰ ককায়েক যেন দেখে, সেই গতিকে তাৰ গা হেঁচি বহে কিন্তু ৰমেশৰ মনত অলপ দুৰ্ব্বলতা আছে। কেতিয়াবা তাৰ কাণ দুখন ৰঙা পৰি উঠে। এমেলিয়াৰ মাক আগত আহি ওলালেই তাৰ দুৰ্ব্বলতা পলায়। ৰমেশ যদিও ভাৰতীয় সাধাৰণ মানুহৰ তুলনাত বগা, কিন্তু এমেলিয়াহঁতৰ ওচৰত বহিলে সি যে সিহঁতৰ তুলনাত ক'লা তাৰ মনত খেলি তাৰ অলপ সঙ্কোচ হয়।

ৰমেশৰ বৰ ইচ্ছা এমেলিয়াৰ ফালে চাই থাকে কিন্তু তেনেকৈ চাবৰ নিমিত্তে বেয়া লাগে। যেতিয়া এমেলিয়া দূৰৈত থাকে সি চকুৰ পচাৰ নেপেলোৱাকৈ একেৰাহে চাই থাকে। তাইৰ চকুত চকু পৰিলে সি লাজ পাই চকু ঘূৰাই লয়, কিন্তু এমেলিয়াৰ মনত তেনে ভাব নথকাত তাই সৰল মিচিকীয়া হাঁহিহে মাৰে। তাইৰ মিচিকীয়া হাঁহিত ৰমেশে বুজে অইন কথা। যেতিয়া ওচৰত থাকে তাইৰ সেন্দুৰীয়া সুগঠন কলাফুল দুটা দেখি ৰমেশে ভাবে, তাইৰ কলাফুল দুটা খুব টান নে ঢিলা চাম নেকি? ইস্, তাইৰ ওঁঠ দুটা ইমান ৰঙা, ৰুজ সানে নেকি? মুখখন ঘূৰণীয়া কিন্তু থুতৰিটো অলপ জোঙা। এমেলিয়াই 'ৰমেশ' ভালকৈ উচ্চাৰণ কৰিব নোৱাৰে, সেই নিমিত্তে 'ৰামিশ' বুলি মাতে।



ইতালীত যুদ্ধ থামিল, ৰমেশহঁতে ইফালে সিফালে ঘূৰি ফুৰিব পৰা হ'ল। সি এমেলিয়াক লগত লৈ ফুৰিব ওলায়।

(ছ)

ৰমেশ ২৫।২৬ বছৰীয়া ডেকা। তাৰ মনত তেতিয়াও জীৱনৰ নানান সুখৰ সপোন খেলে। মনোৰাজ্যত দেখা দিয়ে এখন ৰামধেনু। এমেলিয়াক লগত লৈ ফুৰোতে কত কথা সি মনত ভাবে; কাৰণ নিজৰ দেশতো এইভাবে খোলাখুলিকৈ ফুৰিব নোৱাৰে। এমেলিয়া স্বাধীন দেশৰ ছোৱালী, তাইৰ মনত তেনে দুৰ্ব্বলতা নাই, সেই গতিকে সৰল অন্তৰেৰে হাঁহি মাতি ফুৰে। ইমানদিনৰ পিচত খোলাখুলিকৈ ফুৰিব পাই দুয়োৰে কথাৰ সোঁত ববলৈ ধৰে।

এমেলিয়াই কয়—মোক ক্ষমা কৰিবা। পুৰুষ জাতি বৰ চঞ্চল। কোনোবাই তোমালোকৰ ফালে চাই যদি হাঁহিলে বা অলপ খোলাভাৱে কথা কলে, তেনেহলে তোমালোকৰ অন্তৰত তোলপাৰ লাগে। তোমালোকৰ প্ৰথম আকৰ্ষণ হৈছে অৱয়বটো, মনৰ ভাব প্ৰকাশ কৰিও যে বিমল আনন্দ লাভ কৰিব পাৰি সেইটো তোমালোকে সহজে উপলব্ধি কৰিব নোৱাৰা।

ৰমেশ—সকলোৰেই তেনে নেকি?

এমেলিয়া—বেচিভাগেই।

ৰমেশ—তোমালোকোতো কম নহয়। যদি ইমান জানাই তেনেহলে পুৰুষক ইমান লাই দিয়া কিয়? স্বভাৱতে তোমালোকে চুপটি কৰিবলৈ ভাল পোৱা। যিয়ে উপযাচি মাতিব যায় তাক কৰা উপুলুঙা, অৱজ্ঞা, আকৌ যোনে এৰাই ফুৰে তাক জোকাই চুপটি কৰিবৰ নিমিত্তে চেলু বিচাৰি ফুৰা। আমাৰ যিমানেই দোষ নাথাকক এইটো অতি সঁচা, আমি ক্ষণিক বিচলিত হওঁ, তাৰ

পিচতেই কামত ব্যস্ত হৈ সেই কথা পাহৰি যাওঁ বা লাগি নাথাকো। কিন্তু তোমালোকে তাতে লাগি থাকি নানান কথা আলচি কাল্পনিক সুখ-দুখ অনুভব কৰা। অৱশ্যে পুৰুষবো কেতিয়াবা তেনে অৱস্থা আহে। নাৰী যিমানেই গম্ভীৰ নহওক কোনো কোনো সময়ত তেওঁলোকৰো চঞ্চলতা আহি উপচি পৰে কিন্তু লগতে থাকে অলপ ভয় আৰু সঙ্কোচৰ ভাব আৰু সেইয়ে তোমালোকৰ ৰক্ষা-কবচ। সময়ে সময়ে তোমালোকৰ চঞ্চলতা আহিলে তোমালোকে নামাতাক মাতি, জোকাই চুপটি কৰিব ভাল পোৱা, আৰু সেই সুযোগতে পুৰুষে বহুত দূৰ আগবাঢ়ি যায়। এনেকুৱা সময়েই তোমালোকৰ সঙ্কট অবস্থা।

এমেলিয়া—আমি হওঁ গুণত আকৃষ্ট, সেই গতিকেই আমি সৰল চিতেৰে মিলিব পাৰো। তোমালোকৰ মনত কীট সোমাই থাকে সেই নিমিত্তেই এই অৱস্থা।

ৰমেশ—এইটো তোমাৰ ভুল ধাৰণা। পুৰুষবো সংযম আৰু বিবেচনা আছে, কিছুমানে মনৰ কোণাত উকিমাৰা দুৰ্ব্বলতা চৈতন্যমনৰ কাষত অহাৰ লগে লগে মোহাৰি পেলায়। এই অভ্যাসটো হয় সৰুকালতে যদিহে ঘৰৰ তিৰোতা মানুহে, অৰ্থাৎ মাক ভনীয়েক আদিয়ে ব্যৱহাৰৰ দ্বাৰাই সৰুতেই ল'ৰাবোৰক নাৰাক শ্ৰদ্ধা কৰিব শিকায়।

এমেলিয়া—আমাৰ জীৱনৰ উদ্দেশ্যই কি তোমালোকক তুষ্ট কৰা আৰু গঢ়ি তোলা?

ৰমেশ—এইটো তুমি কেলেই পাহৰা, প্ৰাকৃতিক নিয়মৰটো বাহিৰ হব নোৱাৰা। নাৰী যিমানেই স্বাধীন নহওক, পুৰুষৰ লগত সমানে নচলক, সিহঁতৰ অন্তৰত লুকাই আছে মাতৃত্ব। তোমালোকেই সন্তানক সৰুতে লালন পালন কৰি ডাঙৰ কৰা; সেই গতিকে চৰিত্ৰ গঠনৰ দায়িত্ব তোমালোকৰ হাতত। যি ল'ৰাই ঘৰত মাক ভনীয়েকৰ আদৰ পায় সি নাৰীক শ্ৰদ্ধা কৰিব শিকে। মনস্তত্ত্ব



নাৰীৰ সহজাত প্ৰবৃত্তি কিন্তু পুৰুষৰ নহয়। সেই নিমিত্তেই কওঁ যে তোমালোকে ইমান বুজিও কিয় লাই দিয়া? যেতিয়াই দেখিবা মনৰ কোণাত কীট সোমাইছে তেতিয়াই সাবধান নোহোৱা কিয়? তাকে নকৰি তোমালোকে বৰশীৰে মাছ টুপুলিয়াদি পুৰুষক নচুৱাবৰ চেষ্টা কৰা—তাৰ ফলত কেতিয়াবা পোৱা অপমান নাইবা কেতিয়াবা নিজে ঠগ খোৱা।

এমেলিয়া—ৰামিশ, অলপ ৰবা। মোকো কিছু কব দিয়া। তোমাৰ কথাই শুনি থাকিমনে?

ৰমেশ—বাৰু, এতিয়া তোমাৰ বক্তব্য শুনো দিয়া।

এমেলিয়া—আমাৰওতো আনন্দ উলাহ আছে। আমাৰ সেই ভাবৰ সুযোগ পাই তোমালোকে মনত নানা কথা পাঙি থাকা। যদিও তোমালোকৰ দুৰ্ব্বলতা বহুত সময়ত আমাৰ চকুত পৰে, তথাপি আমি ভাবো, মনত খেলিলেই বা অলপ দুৰ্ব্বলতা, ইমাননো আগবাঢ়িবনে? সংযম আৰু জ্ঞানৰ সহায়ত সেই দুৰ্ব্বলতা দূৰ কৰিব নোৱাৰিবনে?

ৰমেশ—এই কথা বাৰু মানি ললো। কিন্তু তোমালোকে আমাক আগ বাঢ়িবলৈ দিয়া ছলনাদি। 'ছলনাময়ী নাৰী' খুব সঁচা। স্বভাবতে তোমালোকে ছলনা কৰিব, আচৰিত লগাব আৰু সন্দেহৰ জাল সৃষ্টি কৰিব বৰ ভাল পোৱা। সাধাৰণতে পুৰুষ ছাগলীৰ দৰে লটপটিয়া। নানা ছলে বলে কৌশলে খুহুটীয়া কথা কৈ, আলপৈচান ধৰি নাৰীৰ মন আকৃষ্ট কৰিবৰ চেষ্টা কৰে আৰু তাৰে ভিতৰত কিছুমানৰ থাকে অসদুদ্দেশ্য, তাকে সৰলমতি ছোৱালীয়ে বুজিব নোৱাৰে। সেই নিমিত্তেই ছোৱালীক চোকা দৃষ্টিত ৰখা হয়। ল'ৰাৰ ওপৰত সিমান চকু দিয়া নহয় এই বুলি, তাৰ এইটো বিলাসিতা, আৱশ্যক হলে গা জোকাৰি পেলাই দিব, কিন্তু নাৰীৰ এইয়ে জীৱন—তাকে সাৰাগত কৰি জীৱন সুখময় বা দুখময় কৰি তুলিব।

ৰমেশে এদিন হঠাতে দেখিলে এমেলিয়াই, সি খোৱা পিয়লাটোত বোৱা চাহখিনি খাইছে লুকাই। সি 'হেঃ কি কৰা' বুলি সোধাত তাই লাজ পাই ভিতৰলৈ লৰি পলাল। এদিন ছুয়ো চাহ খাই আছে, এমেলিয়াই অলপ অইন ফালে চাওঁতে ৰমেশে তাইৰ পিয়লাটোত এক-ঢোক্ মাৰিলে, তাই হাঁহি ৰমেশৰ পিয়লাটোত এটা ঢোক্ মাৰিলে। তেতিয়াৰপৰা মিলিটাৰী ডেৰপোৱা ধৰা মগটোত চাহ লৈ ছুয়ো একেটা পাত্ৰতহে খায়।

এদিন এমেলিয়াই মুখত এডোখৰ চকোলেট্ লৈ ইতালীয় শব্দ এটা কেনেকৈ উচ্চাৰণ কৰে ৰমেশৰ মুখৰ কাষত আহি শুধৰাই দিব ধৰোতে তাইৰ ৰঙা মুখগহ্বৰ তাৰ ছুয়োকাষে ছুপাৰি মুকুতাৰ দৰে চক্‌চকীয়া দাঁত দেখি তাইৰ মুখৰপৰা চকোলেট খাব খুজিলে। তাই চোবোৱা চকোলেট্ অলপ জিভাৰ আগত আনি ধৰিলেহি তাৰ মুখৰ কাষত, ৰমেশে তাইৰ জিভাত লগাই দিলে নিজৰ জিভা। ছুয়ো বুজি পালে ছুয়োৰে অন্তৰৰ কথা। ৰমেশে ভাবি চালে দেশৰ সামাজিক নিয়ম আৰু নানান অসুবিধা। কলে ভাঙিপাতি সকলো অসুবিধা, এমেলিয়া মান্তি হ'ল সকলো কথাতে। মাকেও দিলে মত, কিন্তু সৈন্য বিভাগৰ অনুমতি নহলে বিয়া হ'ব নোৱাৰে। সৈন্য বিভাগে ভাৰতীয়ৰ লগত ইয়োৰোপীয়ৰ বিয়া হব নোৱাৰে বুলি আইন জাৰি কৰিলে, কাৰণ ইতিমধ্যে তেনেকুৱা বহুত দৰখাস্ত কৰ্ত্তৃপক্ষৰ হাতত পৰিছিল। ছুয়োৰে যায় মন ভাঙি, মাকে দিয়ে আশ্বাস যে "যদিহে তোমালোকৰ ইচ্ছা আন্তৰিক হয় তেনেহলে ভগবানে শুভ ইচ্ছা পূৰণ কৰিব।" হেন সময়ত ৰমেশৰ বদলীৰ হুকুম আহিল ভাৰতবৰ্ষলৈ। উপায়তো নাই, মনত দুখৰ বোজা লৈ ৰমেশ গুচি আহিল দেশলৈ, লগত আনিলে এখন ভাঙি চুৰমাৰ হোৱা অন্তৰ।

ৰমেশে ভাৰতবৰ্ষত পদাৰ্পণ কৰিয়ে ছুমাহ ছুটি লৈ ডেৰাডুনলৈ গৈ মেজৰ ৰজেটীক লগ ধৰি এমেলিয়াহঁতৰ ফটো দিলে আৰু



তাৰ মনৰ কথাও কলে। মেজৰ ৰজেটীয়েও ৰমেশৰ মনোভাব বুজি সন্তোষ পালে কিন্তু হতাঁশ হ'ল সৈন্য বিভাগৰ আইনৰ কথা শুনি। ৰমেশে মেজৰ ৰজেটীৰপৰা বিদায় লৈ চিমলালৈ আহিল। চিমলাৰপৰাই কিছুমান সৈন্য বিভাগৰ মানুহক যুদ্ধ থামি যোৱাই এৰি দিয়া হৈছিল, সেই দলত ৰমেশও পৰিল। অসমলৈ ফিৰি আহি সি শিলঙত এটা ভাল কাম পালে। লাহে লাহে তাৰ সৈন্য বিভাগৰ উৎসাহ, কৰ্ম্মঠ স্বভাব কমি আহি এলেহুৱা স্বভাব, পুখুৰীৰ পানীৰ দৰে বৈচিত্ৰ্যহীন জীৱন আৰম্ভ হ'ল। মাজে মাজে যুদ্ধৰ বিভীষিকাময় ঘটনা সপোনত দেখি আটাহ পাৰি উঠে। কেতিয়াবা এমেলিয়াক সপোনত দেখি নাচি উঠে তাৰ প্ৰাণ, কিন্তু সাৰ পালেই কাঢ়ে এটি হুমুনিয়াহ। কিন্তু কালৰ গতিত সকলো লাহে লাহে পাতলি আহিব ধৰে। এমেলিয়ালৈ চিঠি দিয়াও পাতলে, শেহত চিঠি দিয়াও বন্ধ কৰিলে।

( ঋ )

লাহে লাহে ৰমেশে এমেলিয়াৰ কথা পাহৰি লগৰীয়াৰ লগত হাঁহি-ধেমালিত জীৱন কটাব ধৰিলে। কেৱল কেতিয়াবা মনত পৰিলে অন্যমনস্ক হয়। এটা সৰু ভেৰোণীয়া ঘৰত এটা চাকৰ লৈ সি থাকে। এদিন আবেলি অফিচৰপৰা আহি সি চাহ খাব বহিছে, এনেতে তাৰ ঘৰৰ সমুখত এখন টেক্সি লাগিলহি ; লগতে কোনোবাই মাতা শুনিলে, "ৰমেশ"। তাৰ গাটো চিৰিংকৈ উঠিল, কোনোবা চিনাকী মাত যেন লাগিল। চাকৰটোই লৰি আহি কলে এজন চাহাব আহিছে। ৰমেশে চাহৰ পিয়লাটো থৈ বাৰান্দালৈ আহি চাই যে মেজৰ ৰজেটী, তাৰ আনন্দতে চকু চল্‌চলীয়া হয়। ৰজেটীক সম্বৰ্দ্ধনা জনাই বহিব কোৱাত তেওঁ আঙুলিয়াই দেখুৱায় টেক্সিখনলৈ। ৰমেশে দেখে গাড়ীত বহি আছে জৰ্জ্জিও, এমেলিয়া আৰু মাক।

সি লৰি গৈ সিহঁতক নমাই এমেলিয়াৰ মাকৰ হাতখন লগাই তাৰ বুকুত, জৰ্জ্জিওই ধৰে তাক সাৰ্বট মাৰি, এমেলিয়াই অলপ দূৰৈত থিয় দিয়ে আমন্-জিমনকৈ।

মাকে কয়—মিষ্টাৰ ৰজেটীয়ে কলিকতাত কাম পাইছে জানা ?

ৰমেশ—ভিতৰত আহি বহকচোঁন।

সকলো কেইটা আহি ভিতৰত বহিলহি। ৰমেশে এমেলিয়াৰ ফালে চাই এবাৰ হাঁহিবৰ চেষ্টা কৰিলে কিন্তু নোৱাৰিলে ; কোনোবাই যেন তাৰ গলত চেপি ধৰিছে। লগে লগে ইটোও তাৰ ধাৰণা হ'ল—পাহৰিছিলো ভালেই হৈছিল, কিয় আকৌ এই বিড়ম্বনা ; কাৰণ এমেলিয়াৰ নিশ্চয় বিয়া হৈ গৈছে।

মাকে আকৌ কলে—তুমি মোৰ মৰমনো কেনেকৈ পাহৰিলা ?

ৰমেশ—মোৰ অৱস্থাই যেতিয়া আপোনালোকক জীৱনত আৰু দেখা হবৰ আশা নোহোৱা কৰিলে, মই খেদ কৰি নাথাকি ইয়াৰ এলেহুৱা জীৱনত গা ভহাই দিছো।

মাক—চিঠি দিলেও জগৰ লাগিল হয়নে ?

ৰমেশ—চিঠিৰ দ্বাৰাই স্মৃতিক জগাই ৰাখি মনত কষ্টহে পোৱা যায়।

মাকে এমেলিয়াৰ ফালে আঙুলিয়াই কলে—"চোৱাচোঁন সৌজনীৰ অৱস্থা।"

ৰমেশে অলপ ভালকৈ এমেলিয়াক চাবৰ চেষ্টা কৰে কিন্তু চকুত পৰি ছুয়ো অইন ফালে মুখ ঘূৰাই। এমেলিয়া খীণাই বাঁহ পাতছিৰা যেন হৈছে, মুখখন শেঁতা। তথাপি ৰমেশে সোধে— "এমেলিয়াৰ বিয়া ক'ত হ'ল ?"

মাকে—ইমান কথাৰ পিচতো কব লাগেনে এমেলিয়াৰ বিয়া এতিয়াও হোৱা নাই !

ৰমেশ আচৰিত হয়। ৰজেটীয়ে বাহিৰ ওলায় চায় প্ৰাকৃতিক দৃশ্য, মাতি নিয়ে জৰ্জ্জিও আৰু এমেলিয়াৰ মাকক। ৰমেশ আৰু



এমেলিয়া ছুয়ো অলপ পৰ টলকা মাৰি থাকি ছুয়ো মূৰ ডাঙি চকুত চকু পৰি মিচিকিয়াই হাঁহে। এমেলিয়াই তলমূৰ কৰে। ৰমেশে উঠি গৈ এমেলিয়াৰ হাতত ধৰি মাতে—"এমি"।

এমেলিয়াই চল্‌চলীয়া চকুৰে মাতে—"ৰামিশ"। স্বৰটো উঠে কঁপি, উচুপি কান্দিব ধৰে ৰমেশৰ কান্ধত মূৰটো থৈ। হঠাতে মাক আহি সোমাই দেখে সিহঁতক সেই অৱস্থাত, আহে এটা দীঘল নিশ্বাস আৰু ওঁঠত বিৰিঙে আশা—আনন্দৰ ৰেখা।

অন্ত